: এজন বুঢ়া মানুহ ( উপন্যাস ) :

: প্ৰকাশক :

॥ শ্ৰী ৰেন্দ্ৰ নাথ দাস ॥

মিত্ৰ এজেঞ্চি এণ্ড কোং

তিনিচুকীয়া, অসম

: প্ৰচ্ছদপট :

॥ অজিত গুপ্ত ॥

কলিকতা

: মুদ্ৰক :

॥ শ্ৰীবিনয়ভূষণ ঘোষ ॥

নিউ কালী প্ৰেছ

১৬, হেমেন্দ্ৰ সেন ষ্ট্ৰীট্

কলিকতা ৬

: প্ৰথম প্ৰকাশ :

॥ জুলাই, ১৯৬৬ চন ॥

**তিনি টকা পঞ্চাশ পইচা**

উৎসৰ্গ

পিতালৈ

বহুত দিন ধৰি জীৱনত এটা মাত্ৰ নিচাতে ধৰি আহিছে বিজয় ভঁৰালীয়ে। কিতাপ পঢ়া, কাগজ পঢ়া। তাৰ বাহিৰে আন কোনো ধৰণৰ নিচা তেওঁৰ নাই। নাই কোনো কাম-কাজত, নাই কোনো খোৱা-লোৱাত। তেনেকৈ ক'তো ফুৰিব-চাকিব নেযায়, আন বহুতো পেন্সনধাৰী প্ৰৌঢ় মানুহৰ দৰে বাগানৰ কামতো তেওঁৰ কোনো ৰাপ নাই। বন্ধু-বান্ধৱো কোনো নাই। অৱশ্যে তেওঁ এতিয়া য'ত আছে তাত তেওঁৰ বয়সীয়া মানুহ খুব কমেই থাকে। থাকিলেও তেওঁৰ লগত সিবিলাকৰ বন্ধুত্ব কিমান জমি উঠিলহেঁতেন তাক কোৱা টান। নিজে তেওঁ খুব কম কথা কয়, আনে কথা কলে তেওঁ কেৱল হুঁ-হাঁ কৰি শুনি যায়। কিন্তু সেই শুনাত যে তেওঁ কিবা আনন্দ পাইছে বা বক্তাৰ কথাবোৰ আগ্ৰহেৰে শুনিছে, তাৰ চিন তেওঁৰ মুখত সমূলি ফুটি নুঠে। গতিকে এনে ধৈৰ্য্যশীল শ্ৰোতা পায়ো বক্তাৰ অৱশেষত কথা কোৱাৰ আগ্ৰহ হেৰাই যায়, আৰু ফলত তেওঁৰ লগত কাৰো বন্ধুত্ব জমি নুঠে।

খোৱা-লোৱাৰ ক্ষেত্ৰতো একে কথা। নিচা জাতীয় কোনো বস্তু স্পৰ্শ নকৰাৰ উপৰিও, সাধাৰণ খোৱা-বোৱাতো তেওঁৰ কোনো আগ্ৰহ বা বিৰাগ একো থকা যেন নেলাগে। আৰু এই এটা

কথাতে বোধহয় বোৱাৰীয়েক কমলাই শহুৰেকৰ প্ৰশংসা কৰে। গিৰিয়েক সঞ্জয়ে যদি কেতিয়াবা ৰন্ধা-বঢ়াৰ কোনো আসোঁৱাহ উলিয়ায়, খোৱা-বস্তু লৈ খুঁত-খুঁত কৰে, কমলাই কয়—"দেউতাই যে কোনোদিন কোনো বস্তু আপত্তি নকৰাকৈ খায়, তুমিনো কিয় খাব নোৱাৰা?" কমলাৰ এই অভিযোগখিনি এদিন কিন্তু এইবুলি নিৰ্ম্মূল কৰি দিছিল সঞ্জয়ে—"দেউতাৰ আপত্তি নাই বুলি নকবা কমলা, তাতকৈ কোৱা দেউতাৰ বাপেই নাই খোৱা-লোৱাত। সেইবাবে ভালে-বেয়াই যিহকে খাবলৈ দিয়া, বিনা আপত্তিত খাই যায়, দেউতাৰ দৰে সন্ন্যাসী মনোবৃত্তিৰ মানুহ ময়ো যদি হওঁ তুমি ভাল পাবা জানো কমলা?" কথাটো কৈ সঞ্জয়ে কমলাৰ মুখলৈ চাই হাঁহিছিল, কমলায়ো প্ৰত্যুত্তৰত মিচিকিয়াই হাঁহি এটা মাৰি আৰু একো নকলে।

পুতেকে সন্ন্যাসী মনোবৃত্তিৰ মানুহ বুলি কলেও কিন্তু সংসাৰৰ কৰিবলগীয়া কাম প্ৰায় সকলোখিনিয়ে কৰি থৈছিল তেওঁ। জীৱন-বীমা কৰা, লৰাক উপযুক্ত শিক্ষা দিয়া, লৰাৰ বিয়া পাতি দিয়া—এই প্ৰত্যেকটো কৰ্ত্তব্যই তেওঁ গৃহীৰ নিষ্ঠাৰে পালন কৰি গৈছিল। কেৱল এটা কাম কৰা নহল তেওঁৰ জীৱনত। এটা ঘৰ সজা, যিটো কাম সংসাৰৰ প্ৰায় প্ৰতিজন মানুহে কৰে। তেওঁ যেন ঘৰ এটা সাজিবলৈ কোনো উৎসাহেই অনুভৱ নকৰিলে—অন্ততঃ পেন্সন পাই নিগাজী হৈ বহাৰ পিছতো। অথচ গুৱাহাটী চহৰত নিজেই দুকঠা মাটি কিনি থৈছিল এসময়ত। সেই মাটি বছৰৰ পিছত বছৰ এনেই পৰি থাকিল। বনৰীয়া ঘাঁহ-জঙ্গলে তাক আবৃত কৰি ৰাখিলে। সেই মাটিডোখৰৰ ওচৰৰ প্ৰতিডৰা মাটিতে ঘৰ উঠিল। সেই অঞ্চলটোতো প্ৰায় চহৰৰ ভিতৰতে আছিল। কিন্তু এতিয়া চহৰৰ বাহিৰৰ বহু দূৰলৈ বিস্তৃত এনে ঠাইবোৰতো এনে কিছুমান সুদৃশ্য অট্টালিকা হল, য'ত এই



সিদিনালৈকে হেনো বাঘ ওলাইছিল। গুৱাহাটী চহৰৰ ওচৰে-পাঁজৰে সকলো ধৰণৰ মাটিতেই এতিয়া ঘৰ উঠিল। কেৱল জঙ্গলাকীৰ্ণ হৈ পৰি ৰল যেন বিজয় ভঁৰালীৰ এই দুকঠা মাটি হে।

সেই দুকঠা মাটি কিনিবলৈ বিজয় ভঁৰালীৰ ওচৰলৈ বহুতো গ্ৰাহক আহিছিল। কিন্তু বিজয় ভঁৰালীয়ে তাত ঘৰ নেসাজিলেও মাটি দুকঠা হলে কাকো বেচিবলৈ ৰাজী নহল। বহুতে তেওঁক তেওঁ কিনা দামতকৈ কেবাগুণো বেছি দাম যাচিছিল, তথাপিও তেওঁ বিক্ৰী কৰিবলৈ মান্তি নহল। সেই মাটি তেওঁ কেনেকৈ বেচিব—সেই মাটি, সেই মাটিৰ ঘৰৰ স্বপ্নত সঞ্জয়ো যে সোমাই আছিল, সঞ্জয় যেতিয়া আছে, সেই মাটিতো তেওঁ আনক দিব নোৱাৰে।

এদিন ৰবিবাৰৰ ৰাতিপুৱা। চাহ-তাহ খাই উঠাৰ পিছত বিজয় ভঁৰালী চিৰাচৰিত অভ্যাসমতে আগফালৰ বাৰাণ্ডাৰ বেতৰ চকীখনতে কিতাপ এখন মেলি লৈ বহিছিল। বাৰাণ্ডাখন যথেষ্ট সৰু। এখন হে মাত্ৰ চকী তাত থব পাৰি। কমলাই হয়তো তাত কোনো চকীয়ে নথলেহেঁতেন, কিন্তু শহুৰেকে সৰু ঘৰটোৰ ভিতৰতে সোমাই থাকিলে বোৱাৰীয়েকৰ চলা-ফুৰাত অসুবিধা হয় বুলি বেছিভাগ সময় এইদৰে আগফালৰ বাৰাণ্ডাতে বহি থাকে, বেতৰ চকীখনো তেৱেঁ উলিয়াই লৈছে। অকণমানি বাৰাণ্ডাখন এইদৰে চকী এখন পাৰি আৰু ঠেক কৰা কথাটো কমলাৰ মনঃপুত নহলেও একো কৰিবৰো উপায় নাছিল তাইৰ। কাৰণ ঘৰটো সঁচাকৈয়ে সৰু। সঞ্জয় যদিও বিদেশী ডিগ্ৰীধাৰী গুৱাহাটী ৰিফাই-নেৰিৰ এজন ডাঙৰ ইঞ্জিনিয়াৰ—যিটো কোৱাৰ্টাৰ সি পাইছে, সেইটো হলে বৰ ঠেক। অৱশ্যে দেখাত ঘৰটো খুব ধুনীয়া, একেবাৰে আধুনিক ডিজাইনৰ ঘৰ, মজিয়াবোৰ মোজেইক কৰা, পানী-তুনি

চৌবিশ ঘণ্টা পোৱা যায়, পাকঘৰতে বাচন-বৰ্ত্তন ধুব পৰা ব্যৱস্থা আছে, প্ৰতিটো ঘৰৰ দেৱালবোৰৰ ভিতৰত সোমোৱা আলমাৰি, গা-ধোৱা ঘৰত মুখ ধোৱা বেচিনৰ লগত আইনা সংলগ্ন কৰা— এইদৰেই আজিকালিৰ দিনৰ অতি সুবিধাভৰা ঘৰবোৰৰে এটা ঘৰ হলেও গৃহস্থ মানুহ এঘৰৰ বাবে হলে ঘৰটো বৰ ঠেক। কোঠালি মুঠেই চাৰিটা আৰু প্ৰত্যেকটো কোঠালি বৰ সৰু সৰু। সেই চাৰিটা কোঠালিৰ এটাত কমলাই ড্ৰইং-ৰুম কৰিছে, এটাত খোৱা, এটাত শোৱা আৰু বাকী চতুৰ্থটো দিব লগা হৈছে শহুৰেকক। আলহী-অতিথি আহিলে বেছ অসুবিধা হয়। শহুৰেকৰ কোঠালিটোতে আন এখন খাট সুমুৱাই দিবলগীয়া হয়। দুখন বিচনা সোমোৱাৰ পিছত কোঠোলিটো ইমান ঠেক হৈ পৰে যে তাত দুজন মানুহ ভালকৈ চলা-ফুৰা কৰিবই নোৱাৰে। অৱশ্যে এইটোৰে সুবিধাৰ কথা যে কমলাহঁতৰ ঘৰত আলহী খুব কমেই হয়। সঞ্জয় দেউতাকৰ একমাত্ৰ লৰা, ভাই-ককাই, বাই-ভনী তাৰ কোনোৱে নাই। বৰদেউতাক আৰু খুৰাকহঁতৰ লগত তাৰ বিশেষ কোনো সম্বন্ধ নাই। সেইটো দেউতাকৰপৰাই হৈছে। দেউতাকৰ আচল ঘৰ মঙ্গলদৈত। কিন্তু তেওঁ বিয়া কৰাইছিল ঘৰৰ সকলোৰে মতৰ বিৰুদ্ধে। গাঁৱৰ পুৰণিকলীয়া ৰক্ষণশীল ঘৰ। সেই ঘৰৰ লৰাই হীনজাতৰ ছোৱালী বিয়া কৰোৱা কথাটোত কোনেও সহজে ক্ষমা কৰিব নোৱাৰিলে। অৱশ্যে সেই ক্ষমা বিজয় ভঁৰালীয়ে বৰ বেছি নিবিচাৰিলেও। তথাপি নিজৰ ঘৰ। বিজয় ভঁৰালী সেই ঘৰৰ মায়া ত্যাগ কৰিব নোৱাৰি কেবাবাৰো গৈছে, অকলে। ঘৈণীয়েক ইলাক থৈ গৈছে মাকৰ ঘৰত। অকলে গৈ প্ৰমাণ চাইছিল—ঘৰত কেনে ব্যৱহাৰ পায়। মাকে তেওঁক দেখি কান্দিছিল। দেউতাক গহীন হৈ আছিল। ভাই-ককাইবোৰে গালি-গালাজ কৰিছিল। গাঁৱৰ আন আন মানুহে আহি গৰিহণা



দিছিল। তথাপি মাকে কান্দি কান্দি হেপাহত পুতেকলৈ ৰন্ধা ভাত যেতিয়া অস্পৃশ্য মানুহক দিয়াদি আছুতীয়া কোঠালি এটাৰ মেজ এখনত দিলেহি, বিজয় ভঁৰালী সিদিনা সেই ভাতৰ থাল আগত লৈ স্তব্ধ হৈ বহি আছিল বহুত সময়। সিদিনা ভাত হয়তো পেটলৈ এটাও নগলহেঁতেন, কিন্তু মাকে যেতিয়া চকুপানী টুকি ওচৰত থিয় হৈ খাবলৈ কাকুতি কৰিব ধৰিলে, তেতিয়া তেওঁ অকল মাকৰ মুখ চায়ে কেইগৰাহমান ভাত মুখলৈ সুমুৱাইছিল। তাৰ-পিছত তিনি বছৰ তেওঁ ঘৰমুৱা হোৱা নাছিল। কিন্তু তিনি বছৰৰ মূৰত দুবাৰ অগা-পিছাকৈ ছমাহৰ ভিতৰতে আকৌ ঘৰলৈ যাবলগীয়া হল। ছমাহৰ অগা-পিছাকৈ মাক-দেউতাক দুয়ো ঢুকাল। মৰিবৰ সময়ত তেওঁ দুজনৰ কোনো এজনকে নেপালে। বোৱাৰীয়েক আৰু নাতিয়েক কাকো জীৱনত এবাৰো নেদেখাকৈ দুই বুঢ়া-বুঢ়ীয়ে চকু মুদিলে।

সেই তেতিয়াৰেপৰা আৰু বিজয় ভঁৰালীয়ে ঘৰমুৱা হোৱা নাছিল।

নিজৰ ভাই-ককাই, বাই-ভনী নাই। দদায়েক, বৰদেউতাকহঁতৰ কাৰো লগত সম্বন্ধ নাই, গতিকে সঞ্জয়ৰ ফালৰ কোনো আলহীয়েই কোনোদিন সিহঁতৰ সেই ঠেক ঘৰটোত গৈ কমলাক বিব্ৰত কৰি তোলা নাছিল। ঘৰটো সৰু বুলিয়ে সঞ্জয়ে তাৰ কোনো বন্ধু-বান্ধৱকো কোনোদিন তাৰ ঘৰত আলহী হিচাপে থাকিবলৈ নিমন্ত্ৰণ কৰা নাই। গতিকে আলহী হবলগীয়া মানুহ আছে কেৱল কমলাৰ ফালেই। কমলাৰ ভাই-ককাই তিনিজন, বাই-ভনী পাঁচগৰাকী। বিজয় ভঁৰালীয়ে ভৰা-ঘৰ চায়ে পুতেকৰ বিয়াৰ বন্দৱস্ত কৰিছিল। আত্মীয়-পৰিজনহীন নিঃসঙ্গ জীৱন কটোৱা পুতেকক আপোনজনেৰে পৰিবেষ্টিত কৰিবলৈকে, তেওঁ বোৱাৰীয়েক হিচাপে বিচাৰিছিল—ধন নহলেও জনেৰে পৰিপূৰ্ণ ঘৰ এখনৰ

ছোৱালী এজনী। বিচাৰি বিচাৰি তেওঁ কমলাক পালে। কমলাক তেওঁৰ সকলোফালে পচন্দ হৈছিল। দেখা-শুনাত ভাল, পঢ়া-শুনাতো ভাল। এম. এ. পাছ কৰিছে। ঘৰখন ভাল। কোনো মানুহৰ মুখত ঘৰ বা ছোৱালী—কাৰো কোনো বদনাম শুনা নাই। কমলাক চাই আশীৰ্ব্বাদ কৰি তেওঁৰ মুখত পৰম তৃপ্তিৰ হাঁহি এটা ফুটি উঠিছিল। তেওঁ কমলাৰ মূৰত ধৰি আশীৰ্ব্বাদ কৰি কৈছিল—"আই, তোমাৰ নাম কমলা হলেও, তুমি কিন্তু লক্ষ্মী-সৰস্বতী হুয়োটাই।" কমলাই সিদিনা লাজ লাজ ভাবেৰে তৃপ্তিৰ মিচিকিয়া হাঁহি মাৰিছিল। কমলাক ঘেৰি থকা আপোন মানুহবোৰৰ মুখতো সঞ্জয়ৰ দেউতাকৰ এই মন্তব্যত সন্তোষৰ হাঁহি বিৰিঙি উঠিছিল। বিজয় ভঁৰালীৰ ধাৰণা—সেই সন্তোষৰ হাঁহি কমলাৰ আপোনজনৰ মুখত আজিলৈকে ম্লান হব পৰা নাই। ম্লান হব দিয়া নাই—তেওঁ বা তেওঁৰ পুতেক সঞ্জয়ে। বাপেক-পুতেক কোনোজনেই আজিলৈকে তেওঁলোকৰ জীয়াৰীক মনত কোনো ধৰণৰ দুখ দিয়া নাই—অন্ততঃ তেওঁ জনাত। আৰু নজনাত ?

তাৰ উত্তৰ কিন্তু জনা নাই বিজয় ভঁৰালীৰ। কিন্তু তেওঁৰ মনৰ খুব গোপন কোণত এটা ধাৰণা বদ্ধমূল হৈ আছে যে বোৱাৰীয়েক কমলা তেওঁৰ ওপৰত পুৰা-পূৰি সন্তুষ্ট নহয়। কিবা এক গোপন অপৰাধ তেওঁ কৰিছে বোৱাৰীয়েকৰ ওচৰত। কিন্তু কি যে সেই অপৰাধ তেওঁৰ—তেওঁ হলে ভাবি উলিয়াব নোৱাৰে। জনাততো তেওঁ কমলাক কোনো ধৰণৰ কোনো আমনি দি পোৱা নাই। জীৱনৰ ওচৰত তেওঁৰ আজিকালি প্ৰাৰ্থনীয় একোৱেই নাই। জীয়াই থকাৰ দৈনন্দিন প্ৰয়োজনবোৰো তেওঁৰ অতি সামান্য। চাহ-চুৰট তেওঁ নেখায়। কমলাৰ চাকৰে তেওঁক সময়ে-অসময়ে দোকানলৈ গৈ চিগাৰেট, দিয়াচলাই কিনি আনি দিব নেলাগে, চাহ একাপ কৰি দিব নেলাগে, কোনো ফাই-ফৰমাচ



খাটিব নেলাগে। আন হে নেলাগে নিজৰ চুৰিয়া, চোলা, গামোচা-বোৰো নিজে হে ধুই-পখালি লয়। অৱশ্যে কমলাই প্ৰথমে কৈছিল—নিজেনো তেওঁ গা-ধোৱা কাপোৰকেইখন কিয় ধুই লব লাগে! তেওঁ তেতিয়া বোৱাৰীয়েকক বুজাইছিল যে বুঢ়া বয়সত মানুহ একেবাৰে বহি থাকিব নেলাগে, শৰীৰত নানা বেমাৰে বাহ লবলৈ ছল পায়, অলপ-অচৰপ পৰিশ্ৰম কৰি গাটো চলি থকাৰ উপযুক্ত কৰি ৰাখিব লাগে। তেওঁ গা ধোৱালৈ কাকো কোনো ধৰণৰ কষ্টই দিয়া নাই এদিনো। বহুতে বুঢ়া হলে গৰম পানী ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰে। তেওঁ কিন্তু সেই অভ্যাস কৰা নাই। ঠাণ্ডা পানীৰে গা ধোৱাৰ উপকাৰিতাৰ বিষয়েও তেওঁ কমলাক এদিন বুজাইছিল—সিদিনা খুব ঠাণ্ডা পৰাৰ কাৰণে কমলাই তেওঁক গা ধুবলৈ গৰম পানী লাগিব নেকি সুধিছিল। আকৌ খোৱা-বোৱাৰ কথাতো তেওঁ এদিনো কাকো অসুবিধা দিয়া মনত নপৰে। কম পৰিমাণে খায়, ভাত-আঞ্জা ভাল নাই হোৱা বুলি এদিনো আপত্তি কৰা নাই কমলাৰ ৰান্ধনিক। নিমখ বেছি হলে বা অলপো নহলেও মুখ ফুটাই নকয়। তাৰোপৰি কিছুমান মানুহ বুঢ়া হোৱাৰ পিছত, পেন্সন পোৱাৰ পিছত বহুত কথাত প্ৰায় অথৰ্ব্বৰ দৰে হৈ পৰে। দুপৰীয়া গা ধোৱা, ভাত খোৱাৰ সময় প্ৰায় উকলি যাব খোজে, কিন্তু তাগাদা দি নেথাকিলে তেওঁলোকে সহজে উঠিবই নোখোজে গা-পা ধুবলৈ। এই বিষয়তো কিন্তু বিজয় ভঁৰালীয়ে কমলাক এদিনো অসুবিধা দিয়া নাই। সদায় দহ বজাত তেওঁৰ নিয়মিতভাৱে গা ধোৱাৰ অভ্যাস। বুঢ়া হলে, পেন্সন পালে মানুহৰ আৰু নানা ধৰণৰ বেয়া অভ্যাস গঢ়ি উঠে। প্ৰায় জীৱনজোৰা চাকৰিৰ অভ্যস্ততাৰপৰা মুক্তি পাই তেওঁলোক যেন হঠাৎ খুব নিঃসঙ্গ আৰু অসহায় হৈ পৰে। আগত তেতিয়া তেওঁলোকৰ পৰি থাকে সময় আৰু সময়, অফুৰন্ত-অখণ্ড-ভয়াবহ

সময়; যি সময়ে তেওঁলোকৰ সমুখত আৰু কেতিয়াও ভৱিষ্যতৰ কোনো আশাৰ স্বপ্নই জগাব নোৱাৰে; যি সময়ত মনে কেৱল বাৰে বাৰে ব্যাকুলভাৱে অতীতলৈ ঢাপলি মেলে। মাইকী মানুহ হলে বাৰ্দ্ধক্যৰ এই ভয়াবহতা কিন্তু সিমান ব্যাপক নহয়, কাৰণ মাইকী মানুহৰ লগত মৃত্যুৰ প্ৰায় আগলৈকে সংসাৰখন কিবা প্ৰকাৰে নহয় কিবা প্ৰকাৰে একৰকম আষ্টে-পৃষ্ঠে বন্ধা থাকে। সংসাৰৰ চাকৰি চিৰদিনীয়া। কিন্তু চৰকাৰৰ চাকৰিৰ সময় ধৰা-বন্ধা। এই বৃদ্ধ পুৰুষসকলৰ বহুতেই তেতিয়া যাকে পাই তাৰে লগত কথা পাতি পাতিয়েই এনে অতৰ্কিতে আহি পৰা অখণ্ড সময়ৰ ভাৰ কিছু লাঘৱ কৰিবলৈ প্ৰয়াস কৰে। বহুতে আন কাকো নেপালে বোৱাৰীহঁতৰ লগতে গল্প কৰি সময় নিয়ায়—তেওঁৰ সমস্ত অতীত জীৱনৰ চিত্ৰ তুলি ধৰিব খোজে বোৱাৰীয়েকৰ আগত। কিন্তু বিজয় ভঁৰালীৰ এই স্বভাৱটোও নাছিল। ইচ্ছা হয়তো জাগে বোৱাৰীয়েকৰ লগত দুটা সুখ-দুখৰ কথা পাতিবলৈ, কিন্তু আকৌ ভাব আহে, ইমান কাম বেচেৰীৰ, তেওঁৰ লগত কথা পাতি থাকিলে চলে জানো?

এইদৰেই প্ৰতিটো কথাতে বোৱাৰীয়েকক কোনো অসুবিধাত নেপেলাবলৈ যত্ন কৰি আহিছে তেওঁ, কিন্তু কিয় জানো তেওঁৰ ধাৰণা হয়—তেওঁক লৈ কমলা যিমান সুখী হব লাগিছিল, সিমান যেন সুখী নহয়। তেওঁ কিন্তু সুখী, হেপাহেৰে বাছি অনা বোৱাৰীয়েকক লৈ। এৰা সুখী, খুব সুখী—খুব সুখী—নিজকে যেন বাৰে বাৰে তেওঁ এই বিষয়ে পতিয়ন নিয়াবলৈ যত্ন কৰে।

তেওঁৰ কথা বাৰু বাদ, তেওঁৰ সুখৰ বাবেতো তেওঁ বোৱাৰী ঘৰলৈ অনা নাই। কিন্তু সঞ্জয় জানো সুখী কমলাক লৈ? এই প্ৰশ্ন বহুত দিন মনত জাগি থাকে বিজয় ভঁৰালীৰ, যদিও তেওঁ কোনোদিন সঞ্জয়ক অসুখী দেখা নাই বিয়াৰ পিছত। আন দুটা সুখী দম্পতীৰ দৰেই জীৱন কটাইছে সঞ্জয় আৰু কমলাই। দুয়ো



হাঁহিছে, কথা পাতিছে ফূৰ্ত্তি কৰিছে, ফুৰিবলৈ গৈছে, চিনেমালৈ গৈছে—সকলো কৰিছে। আৰু ইয়াকো গম পাইছে বিজয় ভঁৰালীয়ে যে আৰু তিনি মাহৰ পিছতে তেওঁ নাতি বা নাতিনীৰ মুখ দেখিব। তথাপি শঙ্কা জাগে তেওঁৰ, সঞ্জয়ে যদি তেওঁৰ দৰে নিজে বিয়া কৰালেহেঁতেন, তেন্তে তেওঁৰ এই ভয় নহলহেঁতেন, ইমান দায়িত্ববোধ নহলহেঁতেন। তেওঁ নিজে বাছি ইলাক বিয়া কৰাইছিল, সেই বিয়াৰ সুখ-দুখ, বিহ-অমৃতৰ ফল ভোগ কৰাৰ দায়িত্ব আছিল অকল তেওঁৰেই। কিন্তু আজি যদি কমলাৰ কিবা কথাত সঞ্জয়ে দুখ পায়, সেই দুখে জানো তেওঁৰ অন্তৰ বেছিকৈ স্পৰ্শ নকৰিব যে সেই দুখ তেওঁৰ বাছনিৰ বাবেই পুতেকে পাবলগীয়া হৈছে। সঞ্জয়ে যদি নিজে কাৰোবাক পচন্দ কৰি বিয়া কৰিলেহেঁতেন, বিজয় ভঁৰালীৰ মনত এটা স্বস্তি থাকিলহেঁতেন। কিন্তু সঞ্জয় সেইফালেদি কোনোদিন নগলেই, আজিলৈকে আৰু তেওঁ সঞ্জয়ৰ লগত কোনো ছোৱালীৰ বন্ধুত্ব হোৱাৰে গম নেপালে। সেইবাবে ইঞ্জিনিয়াৰিঙৰ শিক্ষা সাং কৰি সঞ্জয় যেতিয়া বিলাতৰপৰা আহি ৰিফাইনেৰিত চাকৰি এটা লৈ কিছুদিন কটালে, বাধ্য হৈ তেতিয়া তেওঁ নিজেই পুতেকৰ বাবে ছোৱালী চাবলৈ ধৰিলে। অৱশ্যে পুতেকৰ অনুমতি লৈ হে। সঞ্জয়ে অতি সহজেই দেউতাকৰ প্ৰস্তাৱত সন্মতি দিলে, আৰু লগতে ইয়াকো দোহাৰিলে যে দেউতাকৰ পচন্দই তাৰ পচন্দ।

সঞ্জয়ৰ সেই পৰম নিৰ্ভৰতাৰ উক্তিয়েই বিপদত পেলালে তেওঁক। জন্ম-মৃত্যু-বিবাহ—এই তিনিটা চক্ৰতেই মানৱ-জীৱন এটা সম্পূৰ্ণকৈ আবৰ্ত্তিত হৈছে। সেই বিবাহতে, জীৱনৰ এটা প্ৰধান কথাতে দেউতাকৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰি পৰম নিশ্চিন্ততাৰে বহি ৰল সঞ্জয়। গতিকে বিজয় ভঁৰালীৰ দায়িত্ববোধ বাঢ়ি গল হেজাৰগুণে। চান্দ সদাগৰ হোৱাৰ উপায় নাই।

তথাপি বহুত বাছি বাছি তেওঁ কমলাক বোৱাৰী কৰি আনিছিল। এতিয়া সেইবাবেই বাৰে বাৰে তেওঁৰ মনত শঙ্কাভৰা প্ৰশ্ন জাগে—তেওঁৰ একমাত্ৰ পুত্ৰ সঞ্জয় সুখী হব পাৰিছেতো—তেওঁ বাছি দিয়া বোৱাৰীয়েকক লৈ ?

কমলাৰ কথাও ভাবে তেওঁ। অকল পুতেকৰ কথাই নহয়। সঞ্জয়ক লৈ কমলা সুখীতো ? কিন্তু কমলাক লৈ এই ভাবনা বিজয় ভঁৰালীৰ বেছি গভীৰ নহয়। উৰণীয়া মেঘৰ দৰে এটা ছাঁ পেলায় মাত্ৰ এখন্তেকৰ বাবে। পুত্ৰ-স্নেহে হয়তো এই বিষয়ত তেওঁক অলপ অন্ধ কৰি তোলে। কমলাক সঞ্জয়ৰ লগত অসুখী বুলি ভাবিবলৈ তেওঁৰ গৰ্ব্বই বাধা দিয়ে। সঞ্জয়ৰ দৰে লৰাৰ লগত জানো কোনোবা ছোৱালী অসুখী হব পাৰে ? সঞ্জয়ৰ দৰে লৰা অসমত কেইজন আছে ? ৰূপে-গুণে, বিদ্যাই-বুদ্ধিয়ে তাৰ যোৰ সকলোৰে নেপায়। দেৱ-দুৰ্ল্লভ স্বভাৱ-চৰিত্ৰ। আন কথাতো নেলাগে আজিৰ লৰা হৈ চিগাৰেট এটাও মুখত দি পোৱা নাই। শান্ত, ধীৰ প্ৰকৃতিৰ লৰা। ভৱিষ্যৎ উজ্জ্বল। তেওঁ তাৰ বাবে কোনো ধৰণৰ দায়িত্ব ৰাখি থৈ যোৱা নাই। কত লৰাৰ মূৰৰ ওপৰত কত গধুৰ সাংসাৰিক দায়িত্বৰ বোজা থাকে। ভায়েক-ভনীয়েকক পঢ়াব লাগে, বিয়া পাতিব লাগে—কত ধৰণৰ চিন্তা যে থাকে কত লৰাৰ। লোকৰ ঘৰৰ ছোৱালী আহি বহুত সময়ত সেইবোৰ কথাত অশান্তি ভোগে। কিন্তু সঞ্জয়ৰ সেইবোৰ একো লেঠাই নাই। সি যি আৰ্জ্জিছে সকলোবোৰ কমলাৰ হাততে গতাই দিছে। তেওঁ পুতেকৰ বাবে কোনো কৰ্ত্তব্যই ৰাখি থোৱা নাই। গাড়ী এখন পৰ্য্যন্ত কিনি দিছে পুতেকক নিজৰ আৰ্জ্জনৰ ধনেৰে। এতিয়া যে পুতেকৰ লগত আছে, তাতো নিজৰ পেন্সনেৰে চলিছে। কিন্তু সকলো কৰিলেও ঘৰ এটা হে বিজয় ভঁৰালীয়ে পুতেকৰ বাবে কৰি থৈ যাব নোৱাৰিলে, নকৰিলে--এটা ঘৰ।



ৰিফাইনেৰিৰ এই ঘৰটো সঁচাকৈয়ে অলপ ঠেক হয়। তেওঁলোক বাপেক-পুতেকৰ কোনো আলহী-অতিথি নাহিলেও কমলাৰ আত্মীয়-স্বজনতো নহাকৈ নেথাকে। কমলাৰ কত আত্মীয়। নিজৰ ঘৰবে কিমান পৰিজন। ককাই-ভাই, বাই-ভনী, বৌৱেক, ভিনিহিয়েক, ভতিজাক, ভাগিনীয়েক আৰু মাক-দেউতাক—সকলো আছে কমলাৰ। তেওঁলোকতো মাজে মাজে আহিবই কমলাৰ ঘৰলৈ। আহেও। বৰ অসুবিধাত মানুহবোৰ থাকিবলগীয়া হয়। বিজয় ভঁৰালী থকা ঠেক কোঠালি আৰু ঠেক হৈ যায়। কিন্তু ঘৰটোতকৈও বেছি যেন সঙ্কুচিত হৈ পৰে বিজয় ভঁৰালী নিজেই। তেওঁ হে যেন সেই ঠেক ঘৰটোত আলহী হৈছেহি, কমলাৰ আত্মীয় হে যেন সেই কোঠালিৰ চিৰকলীয়া বাসিন্দা। তেনেবোৰ সময়ত বিজয় ভঁৰালীৰ আগফালৰ বাৰাণ্ডাৰ চকীখনত বহা সময়ৰ মিয়াদ আৰু বাঢ়ি যায়। সঞ্জয়হঁতৰ ঘৰৰ আগৰ বাটেৰে নিয়মিতভাৱে অহা-যোৱা কৰা মানুহবোৰে সচৰাচৰ দেখে পুৱাবেলা আগফালৰ বাৰাণ্ডাৰ বেতৰ চকীখনত বহি সঞ্জয়ৰ দেউতাক বিজয় ভঁৰালীয়ে হয় এখন কিতাপ, নহয় এখন খবৰৰ কাগজ পঢ়ি আছে। দুপৰীয়াও দেখা যায় তেওঁ সেই একেদৰে একে ভঙ্গিতে বহি আছে চকীখনত। কিন্তু মানুহবোৰে সাধাৰণতে দুপৰীয়া তেওঁক সেই অৱস্থাত বেছি পৰ নেদেখে। দুপৰীয়া সময়ত তেওঁ কিছুপৰ শোৱে। কিন্তু ঘৰত আলহী থাকিলে দুপৰীয়া বাৰাণ্ডাত বহা সময় তেওঁৰ দীৰ্ঘতৰ হয়। বাটেৰে অহা-যোৱা কৰা মানুহে তেতিয়া দেখে, হাতত কিতাপ এখন লৈ বিজয় ভঁৰালী বহি আছে, বহিয়েই আছে। মাজে মাজে মূৰটো তললৈ হালি হালি গৈছে। বাটেৰে যোৱা মানুহে গম পায়—আগত কিতাপখন মেলি বুঢ়াজনে মূৰ দুপিয়াইছে টোপনিত।

সেইদিনা ৰবিবাৰৰ পুৱা চাহ-তাহ খাই উঠি বিজয় ভঁৰালীয়ে

কিতাপ এখন মেলি লোৱাৰ প্ৰায় আধা ঘণ্টামান পিছত বোৱাৰীয়েক কমলা আহি বাৰাণ্ডা আৰু ড্ৰইং-ৰুমৰ দুৱাৰডলিত থিয় হলহি।

"দেউতা।"

"কোন? অ' কমলা!" প্ৰায় উচপ খাই উঠিল বিজয় ভঁৰালী। কিতাপৰ কথা এটাত মনটো একেবাৰে ডুবি গৈছিল।

এতিয়া কিতাপখনৰ পঢ়ি থকা পৃষ্ঠাটোতে আঙুলি এটা সোমাই তাক চিন কৰি কিতাপখন জপাই তেওঁ কমলালৈ মূৰ তুলি চাই সুধিলে—"কি হল আই?"

"দেউতা, আমি দুয়ো কথা এটা ভাবিছোঁ। চহৰত যে আপোনাৰ মাটি ডুকঠা পৰি আছে, এইবাৰ তাত এটা ঘৰ সজা ভাল হব। আজিকালিৰ দিনত গুৱাহাটী চহৰত তেনেকৈ কোনেও মাটি পেলাই নেৰাখে। যিহে বেছি ভাৰা হৈছে ঘৰবোৰৰ। আজিকালি গুৱাহাটী চহৰত ভাল ঘৰ এটা থাকিলে অকল তাৰ ভাৰাৰেই এঘৰ মানুহ খাই-বই থাকিব পাৰে। আপোনাৰ সেই মাটিডৰা যে অতদিন এনেই মূল্যহীন হৈ পৰি ৰল। আপুনি যদি আগতেই বুদ্ধি কৰি তাত ঘৰ এটা সাজি ৰাখিলেহেঁতেন, অতদিনে তাৰপৰা আমাৰ হেজাৰ হেজাৰ টকা আয় হলহেঁতেন। যি হওক—আগতে যি ভুল হৈ গল গল, এতিয়া কিন্তু আৰু এইদৰে মাটিডোখৰ পেলাই ৰাখিব নোৱাৰি। আপোনাৰ যদি আপত্তি নেথাকে, এওঁ কালিলৈয়ে চিমেণ্ট আদিৰ বাবে দৰখাস্ত কৰক।"

প্ৰথমতে এক মুহূৰ্ত্তৰ বাবে স্তব্ধ হৈ ৰল বিজয় ভঁৰালী। ঘৰ? তেওঁৰ মাটি ডুকঠাত তেন্তে সঁচাকৈয়ে এইবাৰ এটা ঘৰ উঠিব?

কিন্তু সেই এক মুহূৰ্ত্তই যি তেওঁ থমকি ৰল—তাৰপিছতে খুব উৎসাহেৰে কৈ উঠিল বোৱাৰীয়েকক—"ঘৰ এটা বান্ধিব খুজিছা, বৰ ভাল কথা। সংসাৰী মানুহক নিজাকৈ ঘৰ এটা



লাগেই।" তাৰপিছত অলপ অপৰাধীৰ দৰে মাতটো কৰি মূৰটোত হাতখন বুলাই লাহে লাহে কলে—"এৰা, ময়ে বৰ ভুল কৰি থলোঁ। অত বছৰ এনেয়ে মাটিডোখৰ পৰি থাকিল, ঘৰ এটা বান্ধিবৰ নহল আৰু।"

কমলা থিয় হৈ আছিল ড্ৰইং-ৰুম আৰু বাৰাণ্ডা-সংলগ্ন দুৱাৰ-ডলিত। কমলাৰ লগে লগে অহা সঞ্জয় কিন্তু দেউতাকৰ ইমান ওচৰলৈ আহিব পৰা নাছিল। ভিতৰতে চোফা এখনত বহি দেউতাক আৰু ঘৈণীয়েকৰ মাজত হোৱা কথা-বতৰা শুনি আছিল।

দেউতাকে যে গুৱাহাটীত মাটি ডুকঠা কিনি ৰাখিছে সেই কথাটো সঞ্জয়ে জানে। কিন্তু কিয় জানো তাৰ কোনোদিনেই ভাব হোৱা নাই যে তাত এটা ঘৰ সাজিব লাগে। সেই সিদিনালৈকে ছাত্ৰ-জীৱন এটাকে কটাই আহিছিল সি। বিয়া হোৱাৰ এতিয়াও পূৰা এটা বছৰ হোৱা নাই। বিয়াৰ আগতেই এই কোৱাৰ্টাৰটো পাইছে। গতিকে বিয়া কৰোৱাৰ আগতো এই প্ৰশ্ন উঠা নাই—বিয়া কৰাই ন ছোৱালী ক'ত ৰাখিব। এই কোৱাৰ্টাৰ পোৱাৰ আগতে সি আৰু দেউতাক সিহঁতৰ অতি পুৰণি লগুৱা ভাবিতক লৈ এটা সৰু ঘৰত আছিল। ঘৰটোত সা-সুবিধা বেছি নাছিল। সেই ঘৰটোত থকা অৱস্থাতে বিয়াখন হোৱা হলে, কেতিয়াবা নিজৰ মাটিডোখৰত ঘৰ এটা বন্ধাৰ ভাব জাগিলহেঁতেন নেকি কব নোৱাৰি। কিন্তু এনেয়ে হলে এদিনো সঞ্জয়ৰ মনলৈ অহা নাই যে ঘৰ এটা সাজিব লাগে, বা মাটিডোখৰ পৰি আছে, ইমান দিনে তাত ঘৰ এটা থকা হলে তাৰপৰা বহুতো আয় হলহেঁতেন।

কথাটো উলিয়াইছিল কমলায়ে। বিয়াৰ চাৰি-পাঁচ মাহমানৰ পিছৰপৰাই কথাটোত লাগিছিল। প্ৰথমে সাধৰণভৱে উলিয়াইছিল—মাটি আছেই যেতিয়া ঘৰ এটা সাজিলে হয়। সঞ্জয়েও তেতিয়া মুখেৰে হয়ভৰ দি কৈছিল—এৰা, মাটি এডোখৰ আছে যেতিয়া ঘৰ

এটা বান্ধি থোৱা বেয়া নহব। কিন্তু সঞ্জয়ৰ কথা সিমানতেই থাকি গৈছিল। তাক কাৰ্য্যত পৰিণত কৰাৰ উৎসাহ কোনোদিনেই তাৰ পক্ষৰপৰা দেখা নগৈছিল। এনেয়ে সঞ্জয়ৰ প্ৰকৃতি সাংসাৰিক অৰ্থত অকামিলা, বাপেকৰ একমাত্ৰ লৰা, সংসাৰৰ কোনো কামতে কোনো-দিন চকু দিবলগীয়া হোৱা নাই, তাতে এতিয়া দিনটোৱে অফিচত খাটি আহি আন কাম-কাজৰ প্ৰতি বেছি উৎসাহ অৱশিষ্ট নেথাকে।

কিন্তু কমলাই নেৰিলে। প্ৰথমতে তাই সাধাৰণভাৱে কথাটো উলিয়াই চালে, কিন্তু তাত সঞ্জয়ৰ বেছি গা নলৰা যেন দেখি সুবিধা পালেই সেই প্ৰসঙ্গ উত্থাপন কৰা হল। প্ৰথম প্ৰথম তাই কৈছিল—মাটি এডোখৰ পৰি আছে যেতিয়া ঘৰ এটা বান্ধি থব লাগে। এতিয়া লগতে কমলাই ইয়াকো কবলৈ ধৰিলে যে আজিৰ দিনত গুৱাহাটী চহৰত ঘৰ নেবান্ধি, ভাৰা নিদি মাটি পেলাই থোৱাৰ দৰে মূৰ্খতা নাই। ইমান দিনে কিমান টকা যে আয় নহলহেঁতেন! সেই ছেগতে কমলাই শহুৰেককো এই কথাটো লৈ সমালোচনা কৰিবলৈ ধৰিলে সঞ্জয়ৰ আগত। দেউতাৰ দৰে অকামিলা মানুহ আজিৰ জগতৰ বাবে অনুপযুক্ত দেই। সংসাৰতনো তেওঁৰ কি ইমান কামবোৰ আছিল যে ঘৰ এটা সাজি ৰাখিব নোৱাৰিলে। আনৰ দৰেতো এগাল জীয়েক-পুতেক নাছিল যে সিহঁতক পঢ়াওঁতে, বিয়া দিওঁতে ঘৰ এটা বন্ধাৰ অৱসৰেই নহল বা টকাই মিলাব নোৱাৰিলে। আৰু আনৰ কথাই বা কিয় লাগিছে, আমাৰ দেউতালৈয়ে নোচোৱা কিয়। তিনিটা লৰা, পাঁচজনী ছোৱালীৰ বাপেক হৈয়ো তেওঁ সংসাৰত কি কাম কৰা নাই। লৰাক পঢ়ুৱালে, ছোৱালীক পঢ়ুৱালে, লৰালৈ বোৱাৰী আনিলে, ছোৱালী বিয়া দিলে। ককাইদেউহঁতে পিছত হে তেওঁক কিছু সহায় কৰিব পৰা হল। কিন্তু ককাইদেউহঁত উপযুক্ত হৈ উঠাৰ আগতেই দেখোন দেউতাই ঘৰটো বান্ধিলে। আৰু দেউতা কিমান দূৰদৰ্শী মানুহ আছিল। এসময়ত গুৱাহাটীৰ মাটিৰ



মূল্য আৰু সোণৰ মূল্য যে প্ৰায় একেই হব, তাক আগতেই বুজিব পাৰিছিল। সেই কাৰণে দেউতাই তেতিয়াই ছয় কঠা মাটি কিনি ৰাখিছিল। অথচ তোমাৰ দেউতাতকৈ আমাৰ দেউতাই জানো বেছি ডাঙৰ চাকৰি কৰিছিল। তোমাৰ দেউতাই জীৱনত সেই দুকঠা মাটি থৈয়ে সন্তুষ্ট হৈ বহি থাকিল, নেভাবিলে আৰু বেছি মাটি কিনাৰ কথা, নেভাবিলে ঘৰ এটা সাজি থোৱাৰ কথা। সঁচাকৈয়ে সংসাৰৰ প্ৰায় কোনো কৰ্ত্তব্য নকৰি বহি বহিয়ে জীৱনটো কটাই দিলে দেউতাই।

এনে ধৰণে যেতিয়া কথাবোৰ কৈ যায় কমলাই, সঞ্জয়ে একো নেমাতি তেতিয়া কমলাৰ মুখলৈ চাই থাকে। একেৰাহে কিবা কৈ থাকিলে সাধাৰণতে কমলাই সঞ্জয়ৰ মুখলৈ পোনে পোনে চাই কথা নকয়, বেৰৰ ফালে মুখখন কৰি সেইফালে চাই চায়ে তাই কৈ যায়। গতিকে সঞ্জয়ে নিঃসঙ্কোচে একেৰাহে কমলালৈ চাই থকাৰ সুবিধা পায়। সি চাই থাকে—আৰু মনৰ ভিতৰত যেন দুখন মুখৰ তুলনা আৰম্ভ হৈ যায়। এখন মুখ—কমলাৰ মুখ ইমান স্পষ্ট, ইমান জীৱন্ত; কিন্তু সিখন মুখ অস্পষ্ট, ধূসৰ; সিখন মুখ হেৰাই গৈছে চিৰজীৱনলৈ। তথাপি সেই মচ খাই যাব ধৰা মুখখনৰ লগতে কমলাৰ মুখৰ তুলনা বাৰে বাৰে আহি থাকে তাৰ মনৰ ভিতৰত। দুয়োখন মুখেই তাৰ জীৱনৰ দুগৰাকী পৰমাত্মীয়া ৰমণীৰ—কোনখন মুখ বেছি ধুনীয়া? নিঃসন্দেহে কমলাৰ মুখখনেই—সিখন মুখ তো ইমান বগা নহয়, ইমান লনি নহয়; ইমান ধুনীয়া নহয়; সিখন মুখ অলপ ক'লা, অলপ গোল, অলপ কম ধুনীয়া; কিন্তু জীৱনত যেতিয়াই সি কোনো নাৰী-মুখৰ কল্পনা কৰিছে, তেতিয়াই তাৰ মানস-পটত ভাহি উঠিছে সেই অলপ ক'লা, অলপ গোল, অলপ কম ধুনীয়া মুখখনেই। সেইখন মুখৰ সেই একেজনী নাৰীকে সি জানি আহিছিল জীৱনত—

তাৰপিছত তাৰ দেউতাকেই এদিন আন এজনী নাৰীৰ জীৱনো তাৰ লগত যোগ কৰি দিলে, আৰু তেতিয়াৰেপৰা সঞ্জয়ে কমলাৰ মুখখনৰ লগত তাৰ মাকৰ অস্পষ্ট হৈ যোৱা মুখখনৰ মিল বিচাৰি ফুৰিছে। কিন্তু সেই মিলতো সি এদিনৰ কাৰণেও কমলাৰ মুখত বিচাৰি নেপালে।

নাৰী বুলিলে জীৱনত সঞ্জয়ে একমাত্র তাৰ মাককে জানে। তাৰ নিজৰ কোনো বাই-ভনী নাই, পেহীয়েকহঁতক সি চিনি নেপায়। মাহীয়েক বা জেঠায়েক তাৰ কোনোৰেই নাই, তাৰ মাক আছিল বহুতো লৰাৰ মাজত মাক-দেউতাকৰ একেজনী মাথোঁ ছোৱালী। গতিকে জীৱনত একমাত্র পৰমাত্মীয়া নাৰী আছিল তাৰ মাকেই। তিৰোতা মানে তাৰ মাক। তাৰ মাক—এজনী অতি সাধাৰণ মাইকী মানুহ। বেছি পঢ়া-শুনা কৰা নাই, মেট্রিকটোও পাছ কৰি পোৱা নাই। আন কোনো বিশেষ গুণ নাই। দেখাতো একো অসাধাৰণ নহয়। বহুতো তিৰোতাৰ দৰে ঘৰুৱা কাম-কাজতো বৰ পাকৈত নাছিল। কিন্তু সেই সাধাৰণ মানুহজনীয়ে তাক মৰম কৰিছিল, খুব মৰম। তাৰ অন্যায়বোৰক প্ৰায় ক্ষমা কৰিছিল, প্রশ্রয় দিছিল। সি খাবলৈ আবদাৰ ধৰা বস্তুবোৰ কৰি কৰি খুৱাইছিল। সি খাব নুখুজিলে জোৰ কৰি কৰি খুৱাইছিল, খং কৰি খুৱাইছিল, মৰম কৰি খুৱাইছিল। কেতিয়াবা সি অতি বেছি দুষ্টামি কৰিলে তাক মাৰিছিল, আৰু সি কান্দিলে নিজেও কান্দি পেলাইছিল। বৰ ভয়াতুৰো আছিল তাৰ মাক। ৰাতি কেতিয়াবা অকলে উঠি বাহিৰলৈ যাবলগীয়া হলে দেউতাককো জগাই তোলে। দেউতাক যদি কাচিৎ মফচললৈ গৈ ৰাতি নোভতে, তেনেবোৰ ৰাতি উঠি বাহিৰলৈ যাবলগীয়া হলে, তাৰ মাকে তাকেই ঘুমন্ত অৱস্থাৰপৰা তুলি সঙ্গী কৰি লৈ গৈ সাহস সংগ্ৰহ কৰে, আৰু সেই গল্প তেওঁ নিজেই পিছত গিৰিয়েকক শুনায়।



এনে এজনী অতি সাধাৰণ তিৰোতায়ে আছিল তাৰ মাক। কিন্তু সেই সাধাৰণ মানুহজনীকে সি বিয়াৰ পিছত পাব বিচাৰিছিল কমলাৰ মাজত। কিন্তু নেপালে। কমলাৰ লগত তাৰ মাকৰ কোনোফালে মিল নাই। কমলা তাৰ মাকতকৈ সকলো গুণে শ্রেষ্ঠ। মাকতকৈ ধুনীয়া, মাকতকৈ শিক্ষিতা, মাকতকৈ পটু, মাকতকৈ গুণী। এনেকি মাকতকৈ ভাল ৰন্ধা-বঢ়াও জানে কমলাই, চিলাই-পাতিও জানে। সিহঁতৰ ঘৰত ৰন্ধা-বঢ়া ভাবিতে কৰে হয়, কিন্তু আলহী-অতিথি আহিলে কমলাই যি সুন্দৰ মাংস-পোলাও ৰান্ধি খুৱায়, তেনে সুন্দৰভাৱে ৰান্ধিবলৈ তাৰ মাকে কেতিয়াও নেজানিছিল। চিলাই-পাতিও মাকে কমলাৰ দৰে সুন্দৰকৈ সুৰুচিপূৰ্ণভাৱে কৰিবলৈ নেজানিছিল নিশ্চয়। মাকে কৰা হাঁহ দুটা বহুত দিনৰপৰা সিহঁতৰ বহা কোঠালিটোত ফ্ৰেমত ফটো কৰি আৰি থোৱা আছিল। কিন্তু কমলা যেতিয়া এইখন ঘৰলৈ বোৱাৰী হৈ আহিল, ঘৰটোৰ ৰূপেই সলাই পেলালে। আগৰ অনাড়ম্বৰ ঘৰটো সুসজ্জিত হৈ পৰিল। কমলাৰ হাতৰ চিলাইৰ কামে চাৰিওফালে ঘৰটো উজলাই তুলিলে। সেই সময়তে কমলাই মাকে কৰা হাঁহৰ ফটোখন নি দেউতাকৰ কোঠালিত আৰি থলেগৈ, আৰু তাৰ ঠাইত আৰিলে নিজ হাতৰ এমব্ৰইডাৰিৰ আন এখন ফটো: এডাল গছৰ ডাল, তাত মুখা-মুখিকৈ বহি আছে এহাল চৰাই। আগেয়ে আছিল পানীত চৰা দুটা চৰাই, এতিয়া ৰল গছৰ ডালত বহি থকা দুটা চৰাই। চৰাই এহালেই, কিন্তু এইবাৰ ওপৰলৈ উঠিল। সেইফালে চাই চাই সঞ্জয়ে ভাবিলে—লগতে সিহঁতৰ ড্ৰইং-ৰুমৰ মানো এখোপ ওপৰলৈ উঠিল। হয়তো সেই একেদৰে তাৰ জীৱনৰ মানো এখোপ ওপৰলৈ তুলিলে কমলাই। অন্ততঃ বন্ধুসকলেতো তাক সেইদৰেই কয়। বিয়াৰ পিছত কমলাক দেখি, কমলাৰ বিদ্যা-বুদ্ধিৰ পৰিচয় পাই, কমলাৰ লগত

কথা পাতি, কমলাই ধুনীয়াকৈ সজাই থোৱা ড্ৰইং-ৰুমত বহি বন্ধুসকলে তাক ভাগ্যৱান আখ্যা দিছিল।

কিন্তু সঁচাকৈয়ে জানো ভাগ্যৱান নহয় সঞ্জয়? কমলাৰ দৰে সৰ্ব্বগুণসম্পন্না ছোৱালী তাৰ বন্ধুবোৰৰ কোনো এজনেও পোৱা নাই। তাৰ দেউতাকে তাৰ কাৰণে বহুত চাই চাই বাছি বাছি কমলাক পচন্দ কৰি আনিছে। সেই ছোৱালীক লৈ অসুখী হোৱাৰ তাৰ কোনো মানে নহয়। সি সুখী, কমলাক লৈ সি সঁচাকৈয়ে সুখী। কমলাৰ দৰে ছোৱালী পাই সি ধন্য। নিজৰ মনতে সি এই শেষৰ কথাকেইটা বহুতবাৰ আওৰাইছে। মাক হেৰাই যাওক— তাৰ জীৱনত কোনো স্মৃতিৰ বেদনা ৰাখি নোযোৱাকৈ।

কিন্তু সঁচাকৈয়ে জানো মাক হেৰাই যাব পাৰিছে এনেকৈ? নহলে কিয় বাৰু মনটো মাজে মাজে এইদৰে ব্যাকুল হৈ উঠে কমলাৰ মাজত হেৰোৱা মাকজনীক বিচাৰি পাবলৈ? কমলাই কোৱাৰ দৰে অকল তাৰ দেউতাকেই নহয়, সিও বোধহয় আজিৰ জগতৰ বাবে উপযুক্ত মানুহ নহয়, হেজাৰ বিলাত-আমেৰিকা ঘূৰি নাহক, মনটো তাৰ এতিয়াও পুৰণিকলীয়া হৈ আছে। নহলে কিয় বাৰু বাৰে বাৰে অতীতৰ সেই পুৰণিকলীয়া জীৱনটোকে সি আকৌ কমলাৰ সতে যাপন কৰিবলৈ ব্যাকুল হৈ উঠে? কিয় বাৰু মনে বিচাৰে কমলা ইমান গুণী, ইমান শিক্ষিতা, ইমান সুন্দৰী নহৈ মাকৰ দৰে কম গুণী, কম শিক্ষিতা, কম সুন্দৰী হওক। সঁচাকৈয়ে অদ্ভুত মনোবৃত্তি তাৰ। কিয় বাৰু মাকৰ সহজ-সৰল হাঁহিভৰা মুখখন কমলাৰ গাম্ভীৰ্য্যভৰা ধুনীয়া মুখখনৰ মাজত হেৰাই যাব পৰা নাই অতদিনে? কমলায়ো হাঁহে, দামী হাঁহি সেইটো, প্ৰশ্ৰয়ভৰা নহয়। তাৰ কোনো বন্ধু-বান্ধৱে কেতিয়াও কমলাৰপৰা সীমাৰ বাহিৰত এটা হাঁহিও উপহাৰ পোৱা নাই। কমলাই কোনোদিন কোনো পৰিয়ালৰ লগত প্ৰয়োজনতকৈ বেছি মিলা-মিচা কৰি পোৱা নাই।



ঘৰলৈ কোনোবা লৰা-ছোৱালী আহিলে কমলাই কৰিবলগীয়া মৰমখিনি মাত্ৰ কৰে। ওচৰত বহি দুই-এটা কথা পাতে, খাবলৈ দিয়ে বিস্কুট। সকলোৰে লগত সংযত, সুন্দৰ, সম্ভ্ৰমপূৰ্ণ ব্যৱহাৰ কমলাৰ। কোনোদিন ক'তো সীমা চেৰাই নেপেলায় কমলাই। সকলোৰে লগত এটা সম্ভ্ৰমপূৰ্ণ দূৰত্ব সদায় ৰাখি চলে কমলাই। কমলাৰ সংস্পৰ্শলৈ অহা সকলোৱে সমীহ কৰে কমলাক। কিন্তু তাৰ মাকে হলে কোনোদিন কাৰোপৰা ইমান সম্ভ্ৰম আদায় কৰিব নোৱাৰিছিল। কোনোবা চিনাকি মানুহৰ লগত সাক্ষাৎ হোৱাৰ লগে লগেই মাকে এক মুখ হাঁহি দিছিল, চকুঁৰে-মুখে আগ্ৰহৰ চিন ফুটাই কথা-বতৰা পাতিছিল। ঘৰলৈ কোনোবা লৰা-ছোৱালী ফুৰিবলৈ আহিলে আদৰেৰে ব্যতিব্যস্ত কৰি তুলিছিল সিহঁতক—কোলাত লৈ, গাল টিপি, হাঁহি, নানা ধৰণৰ খোৱা বস্তু যাচি, সিহঁতৰ সৰু জগতখনৰ নানা খবৰ-বাতৰি সংগ্ৰহ কৰি ঘৰখন গৰম কৰি পেলাইছিল তাৰ মাকে। মানুহ-দুনুহ আহিলে মাকৰ ব্যৱহাৰৰ এই আতিশয্যৰ কাৰণে তাৰ গম্ভীৰ প্ৰকৃতিৰ দেউতাকে বহুত দিন খঙো কৰিছে তেওঁক; কিন্তু কোনোদিন এই স্বভাৱৰ সলনি নহৈছিল মাকৰ। আৰু আজি অত বছৰৰ মূৰত এই সীমা চেৰোৱা প্ৰশ্ৰয়পূৰ্ণ হাঁহিভৰা মুখখনকে সঞ্জয়ে কমলাৰ মুখৰ মাজত বিচাৰি হাবাথুৰি খাইছে। সিতো জানে মাকৰপৰা পোৱাখিনি কমলাৰপৰা পোৱা সম্ভৱ নহয়, কাৰণ কমলা বেছি গুণী, বেছি শিক্ষিতা, বেছি সংযত। সৰুতে স্কুললৈ যাবৰ পৰত মাকে তাক ভাত ৰান্ধি খুৱাই-বুৱাই পঠাই দিছিল। নেখালে জোৰ কৰি খা খা বুলি ওচৰত বহি খুৱাই থাকে। স্কুলৰপৰা অহাৰ পিছতো সেই একেদৰেই যা-জলপান আগত যাচেহি। কিন্তু কমলাৰ এইখিনি মৰম দেখুৱাবৰ সময় নাই, এইখিনি অকণি মৰমৰ সলনি তাই তাক আনি

দিছে টকা, বহুত টকা। গতিকে কামলৈ যাবৰ সময়ত কমলাই তাৰ খোৰা-মেজৰ ওচৰত বৈ থাকি আলপৈচান নধৰি নিজে হে খাবলৈ বহি যায়, নহলে তাইৰ স্কুলৰ পলম হৈ যাব। সিহঁত দুয়োকো আলপৈচান ধৰে ভাবিতেহে। আৰু তেতিয়া, এনেবোৰ সময়ত তাৰ মনটোৱে অতীতৰ অস্পষ্ট মুখ এখন ব্যাকুল হৈ বিচাৰি ফুৰিবলৈ ধৰে। লগে লগে সেই মনটোক সি ভৎর্সনাও কৰি উঠে এইবুলি যে তাৰ দৰে মানুহ আজিৰ জগতৰ বাবে অনুপযুক্ত, এনে মান্ধাতাযুগৰ মন এটা লৈ সি কমলাৰ দৰে শিক্ষিতা ছোৱালী এজনী বিয়া নকৰাই সাধাৰণ অলপ শিক্ষা পোৱা ছোৱালী এজনী হে বিয়া কৰাব লাগিছিল। সেই কথা সি বিয়াৰ আগতে স্পষ্টকৈ দেউতাকৰ আগত কৈ দিব লাগিছিল।

কিন্তু সেই কথা সঞ্জয়ে যে তেতিয়া নিজেই নেজানিছিল, নেজানিছিল যে কমলাক বিয়া কৰি উঠাৰ পিছত প্ৰায় মৰি যোৱা স্মৃতি এটা এতিয়া আকৌ এইদৰে জীয়াই উঠি তাৰ মনটোত হাহাকাৰ লগাই দিব।

কমলাৰ কিন্তু ধাৰণা তাইৰ দৰে এজনী নাৰীৰত্ন লাভ কৰি সঞ্জয় মনে মনে ধন্য। সঞ্জয়ৰ লগৰ আন ইঞ্জিনিয়াৰ বন্ধুসকলৰ ঘৈণীয়েকসকলক দেখি তাইৰ এই ধাৰণা বদ্ধমূল হৈছে। সেইবোৰ ছোৱালী তাইৰ লগত এটা-দুটা বিষয়ত ফেৰ মাৰিব পৰা হব পাৰে, কিন্তু সকলোফালে নোৱাৰে। কোনোবা হয়তো ধুনীয়া তাইৰ সমানেই, কিন্তু তাইৰ সমান শিক্ষিতা নহয়; আকৌ কোনোবা হয়তো শিক্ষিতা—এম.এ., বি.এ. পাছ, কিন্তু তাইৰ সমান ৰূপ নাই। কোনোবা ইঞ্জিনিয়াৰৰ পত্নীৰ আকৌ ৰূপ, বিদ্যা দুয়োটাই তাইৰ সমানে থাকিও আন এটা বিষয়ত তাইক ফেৰ মাৰিব নোৱাৰে — কমলাৰ তিনিজন ভায়েক-ককায়েকেই



কৃতী, ভালকৈ পঢ়া-শুনা কৰিছে, ভাল চাকৰি-বাকৰি কৰিছে; তাইৰ আটাইকেইজনী বায়েক-ভনীয়েকৰে ভাল ভাল চাকৰিয়ালৰ লগত বিয়া হৈছে। তাইৰ দৰে এনে এখন ঘৰ কোনো এজনী সুন্দৰী, শিক্ষিতা ইঞ্জিনিয়াৰ-পত্নীৰে নাই। গতিকে তাইৰ দৰে ঘৈণীয়েক এজনী পাই সঞ্জয় গৰ্ব্বিত বোধ নকৰাকৈ থাকিব পাৰে নে, পাৰে নে সুখী নহৈ থাকিব?

সঞ্জয় যে কমলাৰ ফালৰপৰা কিবা কাৰণত অসুখী হব পাৰে, সেই বিষয়ে কমলাৰ কোনোদিন কোনো দুশ্চিন্তা নাই। কিন্তু তাই ভাবে তাইৰ দৰে ছোৱালী এজনীক সম্পূৰ্ণ সুখী কৰিবলৈ এই বাপেক-পুতেকহালৰ ক্ষমতা নাই। দুয়োজনেই আজিৰ জগতৰ বাবে অনুপযুক্ত। কিন্তু কমলা নিজে মনে-প্ৰাণে আধুনিকা। তাই জানে আৰু মানে যে আজিৰ জগতত কৰ্ম্মই ধৰ্ম্ম। স্বপ্নবিলাসী আৰু অকামিলাৰ তাত ঠাই নাই। তেনে মানুহক তাই পচন্দও নকৰে। কৰ্ম্মী পুৰুষ হিচাপে তাইৰ আদৰ্শ হল তাইৰ দেউতাক। সংসাৰত কৰিবলগীয়া একো কামেই বাকী ৰখা নাই তাইৰ দেউতাকে। কিন্তু তেওঁৰ তুলনাত তাইৰ শহুৰেক কিমান ওলোটা! একো কামকেই নকৰিলে মানুহজনে জীৱনত, অন্ততঃ তাইৰ দেউতাকৰ তুলনাত। একেটি মাত্ৰ লৰা—তাক পঢ়ুৱাই মানুহ কৰিলে, আৰু কোনো ৰকমে মাটি দুকঠা কিনি ৰাখিলে গুৱাহাটী চহৰত—এজন মানুহৰ গোটেই জীৱনৰ কাম এইখিনিয়ে মাত্ৰ। আৰু লৰা যে পঢ়োৱাই-শুনোৱাই মানুহ কৰিলে তাতো তেওঁৰ বিশেষ কৃতিত্ব নাই, সঞ্জয় হেনো সৰুৰেপৰা শ্ৰেণীত প্ৰথম হৈ অহা লৰা, গতিকে সঞ্জয় আজি যি হৈছে তাৰ বাবে দেউতাকে চেষ্টা নিশ্চয় একোকে কৰিবলগীয়া হোৱা নাই। মাজে মাজে বিৰক্তি উপজি যায় কমলাৰ। আচৰিত বহি থাকিব পৰা মানুহ তাইৰ শহুৰেক। মাটি দুকঠা

এনেকৈ পেলাই থলে ওৰে জীৱনটো, সৰু-সুৰা ঘৰ এটাকো বান্ধি থব নোৱাৰিলে নে বাৰু মানুহজনে! ঘৰেই যদি নেবান্ধিলে মাটি কিনি থৈছিল কিয়বা! বোধহয় পুতেকে বান্ধিব বুলি, পুতেকলৈ আশা কৰি ওৰে জীৱনটো হাত সাবটি বহি থাকিল মানুহজনে। আজিকালি এই অৰ্থনৈতিক সঙ্কটৰ দিনত সকলো মানুহেই চিন্তা কৰে কোনফালেনো অলপ বাহিৰা আয় হয়, কোনফালেনো অলপ খৰচ ৰাহি হয়। কিন্তু এই বাপেক-পুতেক-হাল হে অকল সেইফালৰপৰা ব্যতিক্ৰম। সেইবোৰ কথা ছুয়োকো কোনোদিনেই চিন্তা কৰা নেদেখিলে কমলাই। সেইবোৰ ভাব যদি অলপো থাকিলহেঁতেন, বাপেকে অন্ততঃ পুৱাৰপৰা গধূলিলৈ এইদৰে বহি বহি সময় অপচয় নকৰিলেহেঁতেন। আন কাম তো একো কৰিব নেলাগে, আগফালে পাছফালে অন্ততঃ অলপ-অচৰপ খেতিৰ কামকে কৰি থাকিলেও হয়। এইফালৰপৰা বৰ আচৰিত মানিছে কমলাই। পেন্সন পোৱাৰ পিছত বহুতেই বাগানৰ কামতে লাগি থাকে, কিন্তু তাইৰ শহুৰেকৰ এইফালে কোনো মন-কাণেই নাই। আগফালৰ পাছফালৰ মাটিখিনি এনেয়ে পৰি আছে, নাই এখন ফুলনি, নাই এখন শাক-পাচলিৰ বাগান। ভাবিতৰ হতুৱাই কৰাবলৈকো সিনো ক'ত আজৰি পায়—চাহ কৰা, ভাত ৰন্ধা, বজাৰ কৰা এইবোৰ কৰোঁতে যায় লৰাটোৰ। ঘৰত বহি বহি থকা মানুহজনে হে বাগানৰ কামত লাগিব পাৰে। বাপেকৰ ঘৰত কমলাই ইমান বহি বহি থকা মানুহ দেখা নাই। আচৰিত মানুহ। একোতে নিচা নাই জীৱনৰ। এটা কেৱল নিচা অৱশ্যে দেখিছে কমলাই—কিতাপ পঢ়া। দিন-ৰাতি কেৱল কিতাপকে পঢ়ি থাকে। অসংখ্য, অজস্ৰ বিবিধ বিষয়ৰ কিতাপ। কেতিয়াবা তাই তাচ্ছিল্যৰে ছুই-এখন কিতাপৰ পাত লুটিয়াই চাইছে, কিনো



পঢ়ি থাকে শহুৰেকে বুলি। চাই দেখিছে, দাৰ্শনিক বিষয়ৰ কিতাপেই বেছিভাগ, জীৱন-মৃত্যুৰ ৰহস্যৰ আলোচনীৰে পৰিপূৰ্ণ সেইবোৰৰ বেছি সংখ্যক কিতাপেই। আন বিষয়ৰো কিতাপ আছে অৱশ্যে—ধৰ্ম্ম, অৰ্থনীতি, পপুলাৰ চাইন্স, সকলো বিষয়ৰে কিতাপ পঢ়ে তাইৰ শহুৰেকে। কিন্তু তথাপি মুখত এটা তাচ্ছিল্যৰ ভাব ফুটাই কমলাই শহুৰেকৰ কিতাপবোৰ লিৰিকি-বিদাৰি চায়। শহুৰেক পণ্ডিত মানুহ হব পাৰে, কিন্তু কমলাৰ বাবে তেনে পাণ্ডিত্য, তেনে জ্ঞানৰ মূল্য নাই। জ্ঞান মানেই পোহৰ, পোহৰৰ সাৰ্থকতা অকল আনক বিলোৱাটোতেই। গতিকে যি জ্ঞান অকল নিজতেই আবদ্ধ, আনক বিতৰণ কৰা নহয়, সেই জ্ঞানৰ কি মূল্য, কি সাৰ্থকতা? অন্ততঃ কমলাৰ ধাৰণা এয়ে। সেইবাবে তাইৰ নিজৰ জ্ঞান আৰু শিক্ষাক তাই অসাৰ্থক হবলৈ দিয়া নাই। তাই জানে যে শহুৰেক বা গিৰিয়েক কাৰো সন্মতি নাই, তথাপি তাই স্কুল এখনত চাকৰি এটা লৈছিল। সেই অসন্মতিত শহুৰেক যদিও নিৰৱ আছিল, গিৰিয়েকে কিন্তু সৰৱেই তাক ঘোষণা কৰিছিল।

"মইতো তুমি স্কুলত কাম কৰাৰ কোনো মানেই নেদেখোঁ। টকাৰতো আমাৰ ইমান অভাৱ হোৱা নাই যে তুমিও চাকৰি কৰি ধন ঘটিব লাগে।" সিদিনা সঞ্জয়ে চাকৰি কৰা প্ৰস্তাৱ অনা কমলাক সেইদৰেই কৈছিল।

প্ৰত্যুত্তৰত কমলাই বিদ্ৰূপৰ হাঁহি মাৰি কৈছিল—"বাঃ, মই চাকৰি কৰাত তুমি কেৱল ধন ঘটাৰ কথাটো হে ভাবিব পাৰিলা। ইমানখিনি পঢ়ি-শুনি মোৰ যে বিদ্যা কোনো কামত নালাগি সম্পূৰ্ণ অথলে যাব ধৰিছে, সেই কথাটো হলে এবাৰো ভাবি চাব নোৱাৰিলা নহয়? মোৰ হলে ধাৰণা, যি বিদ্যা আনক বিলোৱা নেযায়, সেই বিদ্যা আৰ্জ্জন কৰাৰপৰা কোনো লাভ নহয়। তেনে

বিদ্যা, তেনে জ্ঞানৰ কোনো মানেই নহয়।" সেইখিনি কৈ সিদিনা কমলাই মনতে এটা তৃপ্তি অনুভৱ কৰিছিল, তাইৰ মনৰ অৱচেতন সত্তাই যেন শহুৰেকৰ ওপৰত এক ধৰণৰ প্রতিশোধ অকণমান লোৱাৰ নিচিনা সুখ পাইছিল।

অকল সেয়ে নহয়। সুবিধা পাই কমলাই সিদিনা আৰু কেইটামান কথা কৈছিল সঞ্জয়ক। "আৰু তুমি যে কৈছা ধন ঘটাৰ কথা, সিও সম্পূর্ণ উলাই কৰিবলগীয়া কথা নহয় আজিৰ দিনত। বস্তু-বাহানিৰ জুই-ছাই দাম, দিনে দিনে দাম কমক ছাৰি বাঢ়ি হে গৈছে, সেইফালেতো তোমালোক কাৰো চকুৰেই নাই। মই হে অকল সংসাৰখন চলোৱাৰ কথা ভাবিব লাগে। কোনোবাফালেৰে দুটা বাহিৰা টকা আয় কৰাৰ কথা তো তোমালোকে কেতিয়াও নেভাবিলা। আন কথা বাৰু বাদ দিছোঁ— দেউতাই যদি আমাৰ মাটি ডুকঠাত ঘৰ এটা বান্ধি থলেহেঁতেন অতদিনে, তাৰপৰা অন্ততঃ আজি নাই বুলিও আমাৰ মাহে বাহিৰা দুশ-আঢ়ৈশ টকা আয় হৈ থাকিলহেঁতেন। ওহোঁ, আয়ৰ কথা তোমালোকে নেভাবা, কিন্তু ব্যয়ৰ পথ যে তোমালোকৰ কিমান! দেউতাই ইমান টকা-পইচা ভাঙি ইমান দামী দামী কিতাপবোৰ অর্ডাৰ দি আনিয়ে আছে। কিন্তু সেইবোৰ পঢ়িনো কি লাভ হৈছে? আন হে নেলাগে তেওঁ নিজেও যদি দুই-এখন কিতাপ-পত্রকে লেখিলেহেঁতেন! দেউতা বাৰু বুঢ়া মানুহ, তেওঁৰ এতিয়া তেনেকৈ ভৱিষ্যৎ নেভাবিলেও হয়, কিন্তু তুমিতো অলপ ভৱিষ্যতৰ কথা চিন্তা কৰিব লাগে। তুমি যে ইমান বেছিকৈ খৰচ-পাতিৰ কথা নেভাবা, সাংসাৰিক মানুহ এজনৰ বাবে বৰ আচৰিত কথা। আমাৰ ঘৰত যি মানুহ-দুনুহেই নাহক, যিমানে সঘনে নাহক, তুমি সকলোকে ইটো-সিটো বিবিধ বস্তুৰে জুতি লগাই চাহ খুৱাবলৈ বিচৰা, আলহী-অতিথি আহিলে তুমি একেবাৰে বিগলিত



হৈ পৰা, সিহঁতক কি খুৱাওঁ, কি থুৱাওঁ, কি উপহাৰ দিওঁ ভাবি তত্ নোপোৱা হোৱা। কিন্তু আজিকালিৰ দিনত ইমান বেহিচাপী হবলৈ গলে চলে নে? আৰু অকল তোমাক হে মই এনে দেখিছোঁ। তোমাৰতো আন বন্ধু-বান্ধৱসকলে এনে নকৰে। বহুতৰ ঘৰততো সুদা চাহ একাপ মিলাই টান। সেই কাৰণেই সেইবোৰ মানুহে সংসাৰত সকলো কৰিব পাৰিছে—ঘৰ সাজিছে, গাড়ী কিনিছে, লৰা-ছোৱালীক পঢ়োৱাই-শুনোৱাই বিলাত-আমেৰিকালৈ পঠাইছে। তোমালোকৰ দৰে ডুকঠা মাটি আৰু মান্ধাতাযুগৰ 'মৰিছ' গাড়ী এখন লৈ সন্তুষ্ট থকা নাই।"

সেইদিনা একেলগে আৰু বহুত কথা শুনাই দিছিল কমলাই। বিয়াৰ পিছত ইমান দিনলৈ ইমানবোৰ কথা একেলগে শুনাবৰ সুবিধা পোৱা নাছিল তাই। সিদিনা যেন অন্তৰত বহুত দিন জমা হৈ থকা ক্ষোভ-অসন্তুষ্টিৰ উম্মাখিনি প্রকাশ কৰিবলৈ পাই মনটো অলপ পাতল লাগিছিল।

কিন্তু তাৰপিছতে আকৌ মনটো খং আৰু বিৰক্তিৰে ভৰি গৈছিল কমলাৰ। কাৰণ ইমানবোৰ কৈও জানো তাই সঞ্জয়ক পতিয়ন নিয়াব পাৰিছিল? সঞ্জয়ে জানো সিদিনা তাইৰ কথাৰ সমর্থন কৰিছিল? খঙত মূৰটো যেন গৰম হৈ গৈছিল কমলাৰ— সমর্থন কৰাতো দূৰৰে কথা—কমলাক হে ওলোটাই বুজোৱাৰ কি চেষ্টা সঞ্জয়ৰ। কমলাই কৈ থকা সময়ত কিন্তু সি নিৰৱেই সকলো কথা শুনি আছিল, তাৰপিছত গহীন, বিষণ্ণ মাত উলিয়াই লাহে লাহে কৈছিল—"কমলা, সংসাৰত এটা ডাঙৰ ট্রেজেডি কি জানা? আমি যি পাওঁ তাকে লৈ সুখী হবৰ চেষ্টা নকৰি, নোপোৱা বা পাব নলগীয়া লৈ হা-হুতাশ কৰি থাকোঁতেই জীৱনটো শেষ হৈ যায়।"

"বাঃ ফিলচ'ফাৰ! মই ফিলচ'ফি নপঢ়ি তুমি হে পঢ়িব লাগিছিল দেখিছোঁ, আৰু মই হব লাগিছিল ইঞ্জিনিয়াৰ। অন্ততঃ

মই ইঞ্জিনিয়াৰ হলে ইমান দিনে আমি গুৱাহাটীত নিজা ঘৰ এটাৰ মালিক হব পাৰিলোহেঁতেন।”

তিক্ত বিদ্ৰূপৰ হাঁহিৰে সেই কথাকেইটা কৈ কমলা সিদিনা খুব বিৰক্তিৰে সঞ্জয়ৰ আগৰপৰা আঁতৰি গৈছিল। সংসাৰ-ধৰ্ম্ম কৰা মানুহৰ মুখত এনে উচ্চাকাঙ্ক্ষা ৰহিত তত্ত্ব-কথা শুনাৰ ধৈৰ্য্য কমলাৰ নাছিল। কথা চোৱা—পাব নলগীয়া বস্তুলৈ হে যেন হামৰাও কাঢ়ি মৰিছে তাই! পাবলগীয়া বস্তুটো যোগাৰ কৰি লোৱাৰ ইচ্ছা নাই, উৎসাহ নাই, একো নাই; তাকে নকৈ তাইক হে এতিয়া আকৌ ওলোটাই বুজাবলৈ যায়!

অৱশ্যে এটা কথাই যেনিবা ভাল সঞ্জয়ৰ, তাই মনে মনে তাক স্বীকাৰ নকৰি নোৱাৰে। কমলাৰ কোনো ইচ্ছাত সঞ্জয়ে কেতিয়াও বাধা দিয়া নাই, অকল সেয়ে নহয়, তাই কৰা দাবী, তাই কৰা অনুৰোধ প্ৰায় প্ৰত্যেকটোকে পালি আহিছে সঞ্জয়ে। সেয়ে—জীৱনত তাই বেছ ঠগ খালে, তাইৰ দৰে ছোৱালীৰ প্ৰাপ্য তাই বিবাহিত জীৱনৰ মাজত একেবাৰেই নেপালে—এনেদৰে ভাবি নিজকে খুব অসুখী বুলি ভাবিবলৈ গৈও কমলাই যেন নিজৰ মনৰ মাজতে তাৰ পূৰ্ণ সমৰ্থন বিচাৰি নেপায়।

একেদৰেই ঘৰ বন্ধা কথাটোতো কমলাৰ ইচ্ছাকেই জয়ী হব দিলে সঞ্জয়ে। নহলে যেতিয়া ঘৰ বন্ধাৰ প্ৰসঙ্গ উত্থাপিত হৈছিল, তেতিয়া তাৰ তাত অসন্মতি নেথাকিলেও, ঠিক ইমান সোনকালেই বান্ধিবলৈ আৰম্ভ কৰাৰ ইচ্ছাও নাছিল। যাওক না আৰু দুই-এক বছৰ। জীৱনৰ সকলো কথা ইমান দ্ৰুতগতিত কিয় হব লাগে। মাজে মাজে তাক যেন অলপ জিৰণি লাগে। এই সিদিনা মাত্ৰ সি পঢ়ি-শুনি উঠিল, ইমান দূৰ বিদেশ ঘূৰি



আহিল, আহিয়ে চাকৰিত সোমাল; তাৰপিছতেই দেউতাকে বিয়াখন পাতি দিলে—এতিয়া আকৌ একে দ্ৰুতগতিতে আহিব ধৰিছে এই ঘৰ বন্ধা কামটোৰ বোজা। সি বাৰু উশাহ লবৰ সময় পালে ক'ত? সৰুৰেপৰা সি যিটো ঘৰুৱা জীৱন যাপন কৰি আহিছিল, তাত সকলোবোৰ চলিছিল ধীৰ-মন্থৰ গতিতেই। একেটা মাত্ৰ সন্তানক লৈ এখন সংসাৰ, তাত ঘটনাৰ আধিক্য একেবাৰেই নাছিল। গতিকে তাৰ অনভ্যস্ত মন সাংসাৰিক দুই-এটা কৰ্ত্তব্যতে যেন ভাগৰি পৰিছিল। সংসাৰৰ কাম-কাজবোৰ লাহে লাহে চলি থাকিব নোৱাৰে নে?

কিন্তু কমলাই ভাবে, নোৱাৰে। লাহে লাহে বুলি কৈ থাকোঁতে দেখোন এদিন জীৱনটোৱে শেষ হৈ যাব, বুঢ়া হৈ যাব সিহঁত, তেতিয়া জানো ডেকাকালৰ এই উৎসাহ, এই কৰ্ম্মপ্ৰেৰণা থাকিব সিহঁতৰ?

গতিকে কমলাৰ মততে হয়ভৰ দি সঞ্জয়েও এদিন কলে, এৰা, ঘৰ এটা বান্ধিব লাগে। সি বাৰু অচিৰেই চিমেণ্ট আদিৰ দৰখাস্ত কৰি বস্তুবোৰ যোগাৰ কৰাত লাগি যাব। কেৱল এটা কথা—দেউতাকৰ মতটো আগতে লব লাগিব। কিন্তু সেই কামটো সি কৰিব নোৱাৰে, কমলাই যাব লাগিব মতটো লবলৈ।

তাৰপিছত এদিন ৰবিবাৰৰ ৰাতিপুৱা কমলা গৈ শহুৰেকে কিতাপ পঢ়ি বহি থকা বাৰাণ্ডা আৰু ড্ৰইং-ৰুম সংলগ্ন দুৱাৰডলিত থিয় হৈ ঘৰ বন্ধাৰ প্ৰসঙ্গটো উত্থাপন কৰিছিলগৈ, আৰু লগতে শহুৰেকক এই কথাটো সোঁৱৰাই দিবলৈও পাহৰা নাছিল যে তেওঁ নিজেই আগতে ঘৰ এটা নেবান্ধি জীৱনত বৰ ভুল কাম কৰিলে। বিজয় ভঁৰালীয়েও তেতিয়া নিজৰ প্ৰায় তপা মূৰটোত লাহে লাহে হাত বুলাই অপৰাধীৰ মাতেৰে বোৱাৰীয়েকৰ

অভিযোগটো মানি লৈ স্বীকাৰোক্তি কৰিছিল—"এৰা, ময়ে বৰ ভুল কৰি থলোঁ। অত বছৰ এনেয়ে মাটিডোখৰ পৰি থাকিল, ঘৰ এটা বান্ধিবৰ নহল আৰু।"

ড্ৰইং-ৰুমত দেউতাকৰ মতামত শুনিবলৈ বাট চাই বহি থকা সঞ্জয়ৰ মনটো সেমেকি উঠিল—কমলাই বাৰু এতিয়াও দেউতাকৰ আগত সেই অভিযোগটো নকৰি নোৱাৰিলেহেঁতেন নে ?

"মই ঘৰটোৰ প্লেনখনো আনিছোঁ দেউতা, মোৰ আৰ্কিটেক্ট্ ককাইদেউজনে কৰি দিছে। আপুনি এবাৰ চাই দিয়ক।" সঞ্জয়ে বহি থকা ঠাইৰপৰা দেখিলে, দেউতাকে ঘৰ বন্ধা কথাত সন্মতি জনোৱাত কমলাই সেইদৰে কৈ হাতত লৈ থকা কাগজ এখন দেউতাকৰ ফালে আগবঢ়াই দিছে।

সেই একেখন কাগজ। এইখিনি দূৰৰপৰাও চিনি পালে সঞ্জয়ে। তাকো দেখুৱাইছিল কমলাই। ঢুকঠা মাটি। দুটা ঘৰৰ নক্সা। ঘৰ দুটা দোতলা। দেখি প্ৰায় আৰ্ত্তনাদ কৰি উঠিছিল সঞ্জয়ে—"কোৱা কি কমলা? এটা ঘৰ বন্ধাই টান, তুমি আকৌ উলিয়াইছা দুটা ঘৰৰ নক্সা, তাকো দোতলা ?"

কমলাই সঞ্জয়ৰ ভয়াৰ্ত্ত মুখখনলৈ চাই প্ৰথমে হাঁহি পেলাইছিল। কিন্তু পিছ মুহূৰ্ত্ততে গহীন হৈ কলে—"তুমি যেনেকৈ ভয় খাই চিঞৰিলা, মানুহে ভাবিব মই যেন তোমাক ঘৰ বান্ধিব নিদি তোমাৰ বুকুত বজ্ৰাঘাত হে কৰিলোঁ। পিছে ইমান ভয় পাবৰ একো হোৱা নাই, বুজিছা কৰ্ম্মবীৰ ! দুয়োটা ঘৰ মই তোমাক এতিয়াই সাজিবলৈ কোৱা নাই, প্ৰথমে এটা সাজি সিটো কেতিয়াবা লাহে লাহে সাজি থাকিব লাগিব। ঢুকঠা মাটিত এটা ঘৰ সজাৰ প্ৰশ্নই নুঠে আজিৰ দিনত। আন মানুহেতো একঠা মাটিতেই দুটা-তিনিটা ঘৰ সাজি ভাৰা দিব লাগিছে আজিকালি। তোমালোকৰ হে সেইবোৰ একোৰে খবৰ নাই।"



সেই একেখন কাগজেই এতিয়াও উলিয়াইছে কমলাই। সঞ্জয়ে চিনি পালে।

"অ' একেবাৰে নক্সাও আঁকি আনিছা? বৰ ভাল কথা, বৰ ভাল কথা।" বিজয় ভঁৰালীয়ে মাতত খুব আগ্ৰহ ফুটাই তোলাৰ যত্ন কৰি কলে। আৰু আচলতে তেওঁ অন্তৰৰপৰা খুব সুখীও হৈছিল। তেওঁৰ পুতেকে এটা ঘৰ সাজিব, তেওঁৰ পুতেকৰ এটা নিজা ঘৰ হব—কি আনন্দৰ কথা ! সঁচাকৈয়ে তেওঁৰ বোৱাৰীজনী নামে-কামেই কমলা।

কমলাৰ মুখখন উৎসাহত উদ্ভাসিত হৈ উঠিল। যাহওক—আজি অতদিনৰ মূৰত শহুৰেকৰ ঘৰ এটা বন্ধাৰ আগ্ৰহ জাগিছে মনত, নিজে নেসাজিলেও।

"এয়া চাওক দেউতা—" খুব উৎসাহেৰে আৰম্ভ কৰে কমলাই নক্সাখন শহুৰেকৰ আগত ধৰি—"এয়া আমাৰ মাটিখিনিৰ চাৰি সীমা। এয়া উত্তৰে বংশী বৰুৱাৰ ঘৰ, দক্ষিণে হৰিপ্ৰসন্ন ৰাজখোৱাৰ ঘৰ, আৰু এয়া পূবে আৰু পশ্চিমে শৰৎ চৌধুৰী আৰু অৰুণ বৰুৱাৰ ঘৰ।" কাগজখনত এটা আঙুলি চলাই কৈ যায় কমলাই—"এয়া দুটা ঘৰৰ নক্সা। ঢুকঠা মাটিত দুটা ঘৰ। তিনিটাও সাজিব পৰা গলহেঁতেন। কিন্তু এওঁ যিহে এলেহুৱা মানুহ—এটা সজাৰ কথাতে ভয় খাইছে, সেই কাৰণে মই কেৱল দুটা ঘৰৰে নক্সা অঁকালোঁ ককাইদেউৰ হতুৱাই—নক্সা অঁকাত ইঞ্জিনিয়াৰবোৰে হেনো মানুহৰপৰা বহুত টকা লয় দেউতা। পিছে দুয়োটা ঘৰ কংক্ৰীটেৰে হে সজাব লাগিব, কংক্ৰীটৰ ঘৰত যদিও আসাম টাইপতকৈ খৰচ বেছি পৰে, এটা কথাত কিন্তু কংক্ৰীটৰ ঘৰ বেছি হে লাভজনক। কেইবা তলাও কৰিব পাৰি। একো একোটা তলা এটা ঘৰৰ দৰেই ভাৰা দিব পাৰি। কংক্ৰীটৰ ঘৰৰ 'ছাদ'বোৰৰ

ওপৰত একো একোটা তলা সাজি থাকিব পাৰি—ইচ্ছা অনুসাৰে, আসাম টাইপৰ ঘৰত কিন্তু সেই সুবিধা নাই।”

কমলাৰ ঘৰৰ নক্সাখন চাই এদিন সঞ্জয়ে সৰৱে আৰ্ত্তনাদ কৰি উঠিছিল, আৰু এতিয়া বিজয় ভঁৰালীয়ে সেই একেখন নক্সাকে চাই মনতে নিৰৱে আৰ্ত্তনাদ কৰি উঠিল।

ইলাই কিনা মাটিডোখৰত কমলাই আজি ঘৰ সাজিব ওলাইছে —দুটা ঘৰ? তাৰ মানে ইলাৰ মাটিডোখৰ আজি কেৱল ঘৰেৰেই ভৰি যাব? কেৱল ঘৰ?

বোৱাৰীয়েকৰ হাতৰপৰা নক্সাখন আনি বিজয় ভঁৰালীয়ে নিজৰ হাতত লৈছিল, হয়তো অতীতৰ কোনো সপোনৰ হেৰোৱা ছবি তাত কিবা প্ৰকাৰে ফুটি উঠিছেই নেকি তাক চাবলৈকে, কিন্তু এতিয়া তেওঁ সেইখন লাহেকৈ বোৱাৰীয়েকক ফিৰাই দি নিস্তেজ মুখখনত হাঁহিৰ ৰেখা বিৰিঙাই কলে—“তোমালোক ইমান শিক্ষা-দীক্ষা পোৱা ছোৱালী আই, তোমালোক সকলোৰে আলোচনা কৰি অঁকা নক্সাখন বেয়া হব পাৰে নে? সঞ্জয়ক কবা—টকাৰ হিচাপটো কৰিব, মই বেঙ্কত থকা টকাকেইটাও উলিয়াম।”

কমলাই নক্সাখন হাতত লৈ সন্তুষ্ট মনেৰে ভিতৰলৈ সোমাই গল, আৰু ঘৰৰ সপোন ৰচা সেই ছোৱালীজনীৰ পৰ্দ্দাৰ আঁৰত ক্ৰমে অপসৃয়মান মূৰ্ত্তিটোলৈ বিজয় ভঁৰালীয়ে চাই ৰল, চায়ে ৰল; আৰু আঙুলিৰ চিন দি বন্ধ কৰি ৰখা কিতাপখন সেই একেদৰে বন্ধ হৈয়ে ৰল তেওঁৰ হাতত। ৰবিবাৰৰ ৰাতিপুৱাৰ বেলাটো ক্ৰমে আগবাঢ়ি গল, বিজয় ভঁৰালী কিন্তু বহি ৰল একেটা ভঙ্গিতে।

একেদৰেই এদিন ঘৰৰ সপোন ৰচিছিল আন এজনী ছোৱালীয়েও, কমলাৰ দৰেই। কিন্তু সঁচাকৈয়ে জানো একেদৰেই?...



...বিজয় ভঁৰালীৰ নিজা ঘৰ দৰং জিলাৰ কোনোবা এখন অখ্যাত গাঁৱত। পঢ়া-শুনাত চোকা আছিল বাবেই তেতিয়াৰ ডেকা বিজয় গাঁওখনৰ গণ্ডী পাৰ হৈ চহৰলৈ ওলাই আহিল কলেজীয়া শিক্ষা লবলৈ। সেই যে এবাৰ ঘৰৰপৰা বাহিৰ হবলগীয়া হল, তাৰপিছত আৰু ঘৰলৈ উভতি যোৱাৰ কোনো সুবিধাই নেপালে বিজয়ে। কলেজৰ বন্ধত বা চৰকাৰী চাকৰিৰপৰা ছুটী লৈ দুদিনৰ বাবে গাঁওলৈ যোৱাৰ কথা কোৱা হোৱা নাই—তাৰ ঘৰখনৰ অদৃশ্য কিন্তু ঘাই দুৱাৰখনেই তাৰ বাবে চিৰদিনলৈ রুদ্ধ হৈ গৈছিল।

তাৰ বাবে কিন্তু দায়ী বিজয় নিজেই। পঢ়া-শুনা শেষ কৰি মজলীয়া বিধৰ চৰকাৰী চাকৰি এটা পাই এই গুৱাহাটী চহৰতে সি প্ৰথম কাম কৰিবলগীয়া হল। তাতেই সি লগ পাইছিল ইলাক।

গুৱাহাটী চহৰতে থাকি বিজয়ে তাৰ কলেজীয়া জীৱনৰ চাৰিটা বছৰ কটাই দিলে। সেই চাৰি বছৰ একেলগে কেইজনীমান ছোৱালীৰ লগতো পঢ়ি আছিল, চিনাকিও হল সিহঁতৰ সতে অলপ-অচৰপ, তাৰে দুই-এজনীক ভালো লাগিল। সিহঁতৰ প্ৰতি মনে মনে এক ধৰণৰ ৰোমাঞ্চৰ অনুভূতিও জাগিল, কিন্তু ঠিক ঘৰ বন্ধাৰ সপোন তো সেই কোনো এজনী ছোৱালীক লৈ কেতিয়াও গভীৰভাৱে দেখা নাছিল সি।

বন্ধুসকলে তাক সিদিনা প্ৰশ্নৰ উপৰি প্ৰশ্ন কৰি ব্যতিব্যস্ত কৰি তুলিছিল। কি দেখিলে সি ইলাৰ মাজত? কি পালে সি ইলাৰ মাজত? জীৱনৰ এনে কি গোপন স্বৰ্গৰ ছবি তাৰ আগত দাঙি ধৰিলে ইলাই—যাৰ বাবে তাৰ কাৰণে তুচ্ছ হৈ গল ঘৰৰ বাধা, সমাজৰ বাধা, আৰু লগতে তাৰ হিতাকাঙ্ক্ষী বন্ধুসকলৰো বাধা।

সিদিনা বন্ধুসকলৰ সেইবোৰ প্ৰশ্নৰ কোনো এটাৰে উত্তৰ সি দিব পৰা নাছিল, দিয়া নাছিল। আৰু সি জানো নিজেই তাৰ

উত্তৰ বিচাৰি পাইছে ? ইলা নামৰ এজনী ছোৱালীক এদিন সি লগ পালে, তাইক তাৰ ভাল লাগিল, খুব ভাল লাগিল। ইমান ভাল লগা নাছিল কলেজত লগ পোৱা ছোৱালীবোৰৰ এজনীকো। সেই ছোৱালীবোৰৰ আৰতি নামৰ ছোৱালীজনীৰ চকুহালৰ অতল গভীৰতাই তাৰ বুকুখন মাজে মাজে কঁপাই তুলিছিল, গীতা নামৰ ছোৱালীজনীৰ মাতটো শুনি তাৰ প্ৰাণত পুলক জাগিছিল, বিভা নামৰ ছোৱালীজনীৰ সৌন্দৰ্য্যৰ আগত সি স্তব্ধ হৈ গৈছিল, আৰু ৰংটো ক'লা হৈও গালত গাঁত পৰি যোৱা হাঁহিটোৰে অৰ্চ্চনা নামৰ অদ্ভুত মোহময়ী ছোৱালীজনীৰ লগত কথা কোৱাৰ পিছত বিজয়ৰ মাজে মাজে তাইক লৈ কবিতা লেখাৰ চখ জাগিছিল। কিন্তু ইলা নামৰ ছোৱালীজনীক লগ পোৱাৰ পিছত তাৰ জীৱনত জীয়াই থাকিবলৈ প্ৰবল হেপাহ এটা জাগিছিল।

অথচ ইলাক কিয় সি ইমান গভীৰভাৱে ভাল পালে, তাৰ কাৰণ বিচাৰিবলৈ গলে সিও হয়তো বিবুদ্ধিত পৰি যাব। আচলতে বোধহয় কোনো কাৰণ নাই। কোনো যুক্তিৰ বাবে, কাৰণৰ বাবে জীৱনত বোধহয় কোনেও কাকো ভাল নেপায়। আৰু হয়তোবা কাৰণ কিবা থাকেও, কিন্তু সেই যুক্তিবোধৰ দ্বাৰা কোনো বোধহয় ভালপোৱাৰ ক্ষেত্ৰত জ্ঞাতসাৰে পৰিচালিত নহয়।

বিজয়ে অন্ততঃ ইলাৰ প্ৰতি তাৰ প্ৰেমৰ কোনো কাৰণ কেতিয়াও বিচাৰি পোৱা নাছিল। হৃদয়বৃত্তিক যুক্তিৰ সঙ্কীৰ্ণতালৈ টানি নিয়াৰ ইচ্ছাও তাৰ কোনোদিনে নাছিল। কিন্তু তাৰ সমাজখনে তাক বাধ্য কৰাইছিল তাৰ প্ৰেমক বিচাৰৰ কাঠ-গৰাত থিয় কৰাবলৈ।

কিন্তু ইলাক সি কিয় ভাল পালে তাৰ সদুত্তৰ সি যে কেতিয়াও কাকো দিব নোৱাৰিব সেইটো হলে সি ভালকৈ



জানিছিল। নোৱাৰিব তাৰ অশিক্ষিত গাঁৱলীয়া মাক-দেউতাকক দিবলৈ, নোৱাৰিব তাৰ শিক্ষিত চহৰীয়া বন্ধুসকলক দিবলৈ; তেওঁলোক সকলোৰে মুখত এই প্ৰশ্নটো চিৰস্থায়ী হৈ ৰব—বিজয়ৰ দৰে ইমান চোকা, ইমান ধুনীয়া, ইমান ভাল লৰাটোক এই নীহকুলীয়া সাধাৰণ ছোৱালীজনীয়ে কি আকৰ্ষণৰ জোৰত বান্ধিব পাৰিলে ?

সঁচাকৈয়ে সাধাৰণ চেহেৰাৰে, সাধাৰণ ছোৱালী এজনীয়ে আছিল ইলা। বিজয়ে লগ পোৱা সময়ত কোনোবা স্কুল এখনত পঢ়ি আছিল। প্ৰথম দেখাৰ দিনৰ স্মৃতিটো আজিও অম্লান হৈ আছে বিজয় ভঁৰালীৰ মানস-পটত। খুব ওখও নহয়, চাপৰো নহয়—ছোৱালী এজনী। ৰংটো অলপ ক'লা, চকুহাল উজ্জ্বল, নাকটো নিয়মৰ, ওঁঠ দুটা ইমান পাতল যে দেখিলেই এনে লাগে ছোৱালীজনীয়ে যেন এইমাত্ৰ এসোপামান কথা বলকিব ধৰিব ! অন্ততঃ সিদিনা ছোৱালীজনীক দেখি এনে ভাবেই হৈছিল বিজয়ৰ। তাৰপিছত বিজয়ৰ লগত চিনাকি হওঁতে হাঁহিলে ছোৱালীজনীয়ে, আৰু লগে লগে বিজয়ৰ ভাব হল—ইমান সৰল, ইমান পৱিত্ৰ হাঁহি সি আৰু জীৱনত দেখা নাই। জীৱনৰ শেষ প্ৰান্তত থিয় হৈ আজিও সেই একেটা ভাবেই হয় বিজয় ভঁৰালীৰ যে ইমান সৰল, ইমান পৱিত্ৰ হাঁহি তেওঁ আৰু কেতিয়াও কাৰো মুখত নেদেখিলে।

তাৰপিছত সেই প্ৰথম লগ পোৱাৰ পিছত আৰু বহুতবাৰ সি লগ পালে সেই ছোৱালীজনীক, সেই পৱিত্ৰ হাঁহিৰ ছোৱালীজনীক। আৰু শেষত এদিন সি নিজৰ মনৰ মুখামুখি হৈ গভীৰভাৱে এটা সত্য উপলব্ধি কৰিলে যে সেই ছোৱালীজনীৰ বাহিৰে আৰু আন কোনো ছোৱালীৰ লগতে তাৰ ঘৰ বন্ধাৰ সপোন ৰচা সম্ভৱ নহয়।

হিতাকাঙ্ক্ষী বন্ধুসকলে তাক বাধা দিছিল। "তই পগলা

হৈছ নেকি বিজয় ? আমাৰ এই ৰক্ষণশীল সমাজৰ বিৰুদ্ধে গৈ, তোৰ ঘৰখনৰ বিৰুদ্ধে গৈ সামান্য নীহকুলীয়া ছোৱালীজনীক বিয়া কৰাই তই কি সাঙ্ঘাতিক মূৰ্খামি কৰিবলৈ ওলাইছ, ভালকৈ ভাবি চাইছ নে কেতিয়াবা ?”

কিন্তু কাৰো বাধা নামানিলে বিজয়ে, কাৰো কথা নুশুনিলে। ঘৰৰ অভিভাৱকসকলক সি এইবুলি উত্তৰ দিলে—“তোমালোক মোৰ মঙ্গলাকাঙ্ক্ষী নহয় জানো ? তোমালোকে মোৰ সুখ নিবিচাৰা জানো ? তেন্তে যি পথেৰে মোৰ সুখ আহিব, তাত তোমালোকে বাধা হৈ থিয় হৈছা কিয় ?”

মাকক নিভৃতে সি আন কথা এটাও বুজালে। “চোৱা মা, তোমাৰ এই পুত্ৰক লৈ তোমাৰ মনে মনে খুব গৰ্ব্ব—ইমান সৎস্বভাৱী, ইমান ভাল লৰা বুলি মনতে তুমি কিমান যহ কৰা, মইতো বুজোঁ। কিন্তু সেই লৰাই যদি বিনা অপৰাধত ছোৱালী এজনীক ঠগাওঁ আজি, তোমাৰ সেই পুত্ৰ-গৰ্ব্ব তেতিয়া ক’ত থাকিব ?”

মাকেৰা পুতেকৰ কথা কি বুজিছিল, কিছু সময় একো নেমাতি চকুপানী টুকি টুকি বহি থাকি শেষত কৈছিল—“ঠগাব যদি নোৱাৰই সেই নীচ বংশৰ ছোৱালীজনীৰ ওচৰ তই চাপিব গৈছিলি কেলেই ?”

মাকৰ কথাত সিদিনা হাঁহি উঠিছিল বিজয়ৰ—“তোমাৰো যে কথা মা ! কোনোবাই কৰোঁ বুলি কিবা কাম সংসাৰত কৰিব পাৰে নেকি—এই কথাষাৰ তুমিয়ে দেখোন দিনটোত দোহাৰি থাকা। মই নিজে ওচৰ চাপোঁ বুলি ওচৰ চাপিছিলোঁ নেকি—মোৰ ভাগ্যই মোক তালৈ টানি লৈ গৈছিল।

মুখেৰে হাঁহিছিল যদিও বেজাৰত অন্তৰ ক’লা পৰিও গৈছিল বিজয়ৰ। ইলাই তাৰ মুখৰ আগত অমৃতৰ পাত্ৰ দাঙি ধৰি থিয়



হৈ আছে, কিন্তু সি দেৱতা নহয়, সামান্য মানুহ, সাধ্য ক’ত সেই অমৃতৰ আস্বাদ গ্ৰহণ কৰাৰ ?

সিদিনা কেৱল তাৰ নিজৰ ফালৰ বন্ধু-বান্ধৱ, হিতাকাঙ্ক্ষী আৰু অভিভাৱকসকলৰেই প্ৰশ্ন আৰু সমালোচনাৰ সম্মুখীনতো হোৱা নাছিল বিজয়, স্বয়ং ইলা আৰু ইলাৰ অভিভাৱকসকলৰো প্ৰশ্নৰ উত্তৰৰ বাবে নিজকে প্ৰস্তুত কৰি ৰাখিবলগীয়া হৈছিল সি।

ইলাই তাক কৈছিল—“মোৰ দৰে সামান্য ছোৱালী এজনীক বিয়া কৰাবলৈ গৈ আপুনি খুব বেছি দাম দিব লগা হৈছে। তাক জানি মই এই বিয়াত বাৰু কেনেকৈ মান্তি হওঁ। আপুনি যে জীৱনত সুখ নেপাব কোনোদিন।” সহজ-সৰল ভাষাত কথাকেইটা কৈ ইলাই কান্দি দিছিল। ইলাকো আকৌ একধৰণে বুজনি দিব লগাত পৰিছিল বিজয়ে—“তুমি যদি সঁচাকৈয়ে মোৰ সুখৰ কথা চিন্তা কৰিছা, তেন্তে এইটো কথা নেভাবা কিয় যে তোমাক বিয়া কৰাই পোৱা দুখতকৈ তোমাক বিয়া কৰিবলৈ নোপোৱা দুখ মোৰ আৰু বেছি হব, বহুত বেছি হব।”

ইয়াৰ পিছত ইলাৰ মুখৰ মাত হেৰাই গৈছিল। তাই কেৱল নিৰৱে কিছু সময় চকুপানী টুকি আছিল।

ইলাক বিয়া কৰাবলৈ গৈ সকলোৰে মুখামুখি হবলগীয়া হল বিজয়, সকলোকে কৈফিয়ৎ দিব লগা হল। সেইবোৰ যেন জীৱনৰ একো একোটা পৰীক্ষা। আৰু সেই কঠিন পৰীক্ষাবোৰৰ কঠিনতম পৰীক্ষাটো সি দিব লগা হল স্বয়ং ইলাৰ দেউতাকৰ আগত।

জীৱনত বিজয়ে শ্ৰদ্ধেয় মানুহ খুব কমেই লগ পাইছে—এতিয়াও, এই বুঢ়া বয়সতো তাকেই ভাবে বিজয় ভঁৰালীয়ে যে তেওঁ জীৱনত শ্ৰদ্ধা ওপজাব পৰা মানুহ খুব কমেই লগ পাইছে। ইলাৰ দেউতাক কিন্তু তাৰ ভিতৰতে আছিল এটা ব্যতিক্ৰম। বিজয়ে বি.এ. পাছ কৰি উঠি ইলাৰ দেউতাকৰ অফিচত ইলাৰ

দেউতাকৰ তলতে চাকৰি এটা পাইছিল। ৰোহিণী দাস অৰ্থাৎ ইলাৰ দেউতাকৰ সংস্পৰ্শলৈ প্ৰথম সি তেনেকৈয়ে আহিছিল। লাহে লাহে কেনেবাকৈ এই দুই ভিন্ন বয়সৰ, ভিন্ন চাকৰিৰ মানুহ পৰস্পৰৰ তেনেই ওচৰ চাপি আহিছিল। ৰোহিণী দাস বিজয়ৰ প্ৰতি আকৃষ্ট হৈছিল তাৰ কাম-কাজৰ জৰিয়তে—ইমান ভাল ইংৰাজী লেখিব পৰা, ইমান ফাকি-ফুকা নিদি মনোযোগেৰে কাম কৰা তেওঁৰ তলতীয়া কৰ্ম্মচাৰী আৰু দ্বিতীয় এটা নাছিল। তেওঁ নিজেও খুব ভাল ইংৰাজী জনা মানুহ, তেওঁৰ নিজৰো কাম-কাজ ইমান পৰিপাটি, ইমান নিখুঁত আছিল যে খুব কম সময়ৰ ভিতৰতে তেওঁ ইংৰাজ ওপৰৱালাৰ নজৰত পৰিছিল, আৰু ফলত অতি সোনকালেই তেওঁ লগৰ বহুতকো চেৰাই উচ্চ-পদ এটাত অধিষ্ঠিত হব পাৰিছিল। তেওঁ কাম কৰা অফিচত অসৎ উপায়েৰে ধন ঘটাৰ বহুত সুৰুঙা আছিল। কিন্তু জীৱনত এদিনৰ বাবেও তেওঁ পথভ্ৰষ্ট হোৱা নাছিল। সেই কাৰণেই হয়তো যেতিয়া তেওঁৰ তলৰ কৰ্ম্মচাৰীসকলে গুৱাহাটী চহৰত কেইবা কঠাও মাটি কিনি ঘৰ-দুৱাৰ কৰিলে, তেতিয়া তেওঁ নিজে মাথোঁ একঠা মাটি কিনি প্ৰায় আধা বয়স যোৱাত কোনোমতে ঘৰ এটা সাজি উঠিব পাৰিলে। অফিচৰ কাম-কাজতে নহয়, সাধাৰণ জীৱনতো মানুহজনে কেতিয়াও কোনো অন্যায় নকৰিছিল, কোনো অন্যায়ক প্ৰশ্ৰয় নিদিছিল, সুবিধা পালেই পৰোপকাৰ কৰিছিল; তেওঁৰ আশ্ৰয়তে বহুত দুখীয়া কিন্তু মেধাবী লৰা পঢ়ি-শুনি মানুহ হৈছিল। এইবোৰ কাৰণতো তেওঁৰ নিজৰ উপাৰ্জ্জন যথেষ্ট হৈও বিশেষ কোনো সা-সম্পত্তি কৰিব নোৱাৰিলে।

গতিকেই জহুৰীয়ে ৰত্ন চিনাৰ দৰে ৰোহিণী দাসো বিজয়ৰ প্ৰতি আকৃষ্ট হল। শেষত তেওঁৰ বিজয়ৰ প্ৰতি ইমানেই মৰম সোমাল যে এদিন তাক নিজৰ ঘৰলৈও নিমন্ত্ৰণ কৰি লৈ আহিল।



বিজয়ৰো ইমান দিনে এই মানুহজনৰ প্ৰতি অন্তৰত গভীৰ শ্ৰদ্ধা জমা হৈছিল, সি এইদৰে সেই মানুহজনৰ প্ৰিয়ভাজন হবলৈ পাই বৰ সুখী বোধ কৰিছিল।

তেনেকৈয়ে এদিন বিজয় ৰোহিণী দাসৰ ঘৰলৈ আহিছিল। তাৰপিছত আৰু এদিন, তাৰপিছতো আৰু এদিন আৰু শেষলৈ নিয়মিতভাৱেই সি ৰোহিণী দাসৰ ঘৰলৈ অহা হল। শেষলৈ কিন্তু সি ঠিক ৰোহিণী দাসৰ ঘৰলৈ অহা নাছিল, আহিছিল ৰোহিণী দাসৰ জীয়েক ইলাহঁতৰ ঘৰলৈ হে।

ইলাৰ মাকৰো এই অমায়িক সুন্দৰ চেহেৰাৰ লৰাটোৰ প্ৰতি অন্তৰত গভীৰ স্নেহ সঞ্চিত হৈছিল। শেষত, এদিন তেওঁ গিৰিয়েকৰ আগত মুখ ফুটাই মনৰ ইচ্ছা প্ৰকাশ কৰি পেলাইছিল—"আমাৰ ইলাক যদি বিজয়ৰ লগত বিয়া দিব পাৰিলোহেঁতেন!"

ৰোহিণী দাস গহীন হৈ গৈছিল—প্ৰথমে কিছু সময় ঘৈণীয়েকৰ কথাৰ কোনো উত্তৰ নিদিলে। তাৰপিছত মুখত ম্লান হাঁহি এটা ফুটাই কলে—"আমাৰ সমাজে বৈদিক আচাৰ নিষ্ঠাৰে চলা যেন দেখুৱালেও সকলো কথাতেতো চলা নাই। নহলে আৰ্য্য-সমাজত এটা বিধি আছিল যে 'স্ত্ৰী ৰত্নং দুষ্কুলাদপি—' নীহকুলৰ তিৰোতাক বিয়া কৰাই ঘৰলৈ আনিব পৰাৰ বিধি তেতিয়াৰ দিনত আছিল। এতিয়াও তেনে হোৱা হলে আমাৰ ইলাকো বিজয়ে গ্ৰহণ কৰিব পাৰিলেহেঁতেন। কিন্তু আজিৰ সমাজ-ব্যৱস্থামতেতো সেইটো সম্ভৱপৰ নহয়। পিছে এৱা, বিজয়ক জোঁৱাই হিচাপে পালে ময়ো বৰ সুখ পালোহেঁতেন।"

কিন্তু ইচ্ছা থকাতো ইলাৰ মাক-দেউতাকৰ যি আশা ফলৱতী হোৱাৰ সম্ভাৱনা তেওঁলোকে দেখা নাছিল, সেই আশাৰ গুৰিত কিন্তু স্বয়ং বিজয়েই জীপ দি জীয়াই তুলিলে, আৰু তাত ভাগ ললে তেওঁলোকৰ জীয়াৰী ইলায়ো।

কিন্তু তাত জানো সুখী হব পাৰিছিল ৰোহিণী দাস বা তেওঁৰ ঘৈণীয়েক ?

শেষত বিজয়ক এদিন মাতি পঠাইছিল ৰোহিণী দাসে। আৰু বিজয়ৰ ভাব হৈছিল এইবাৰ সি কঠিনতম পৰীক্ষাটোলৈকে সাজু হৈ আহিব লাগিব। যি কোনো উত্তৰ দি এই পৰীক্ষাটোত সি উত্তীৰ্ণ হব নোৱাৰিব।

তাৰপিছত এবাৰ সেই পৰীক্ষাও শেষ হৈ গৈছিল, আৰু বিজয়ৰ ধাৰণা হৈছিল, খুব বেছি কৃতকাৰ্য্য হব নোৱাৰিলেও একেবাৰে বেয়াও কৰা নাই।

ৰোহিণী দাসে কৈছিল—"সমাজৰ কথা বাদ দিলেও ঘৰখনৰ কথাতো বাদ দিব নোৱাৰি। ঘৰৰ আশীৰ্ব্বাদ নহলে যিখন ঘৰ নতুনকৈ পতা হব সিতো কেতিয়াও শুভ বা মঙ্গলময় হব নোৱাৰে।"

বিজয়ে সিদিনা সকলো লাজ-কাজ কাতি কৰি পেলাইছিল, পেলাবলৈ যত্ন কৰিছিল, পেলাবলৈ বাধ্য হৈছিল। সি ৰোহিণী দাসৰ কথাৰ উত্তৰ দিছিল এইদৰে—"ঘৰৰ অনুমোদন নহলে বা আশীৰ্ব্বাদ নহলে নিজে যে সম্পূৰ্ণ সুখী হব নোৱাৰি সেইটো মই মানো। তাৰবাবে মই সাজু হৈছোঁ, ইলাকো সাজু কৰিছোঁ। আমাৰ নতুন ঘৰখনৰ এটা অংশ অসুখী হৈয়ে ৰব চিৰদিন—তাৰ কোনো প্ৰতিকাৰ নাই। কিন্তু শুভ নহব, মঙ্গলময় নহব তাক হলে মই নামানো—সেইটো সম্পূৰ্ণ অন্ধ-বিশ্বাসৰ কথা। শুভ-মঙ্গলময় জীৱন এটা পাবলৈ মই নিজে পৰাখিনিৰ দায়িত্ব লম—নোৱাৰাখিনি এৰি দিম মোৰ ভাগ্যৰ হাতত। তাত ঘৰৰ সন্মতি বা আশীৰ্ব্বাদৰ কোনো হাত নাই—মই সেইবোৰ বিশ্বাস নকৰোঁ। যুক্তিৰে সদায় মই পৰিচালিত নহওঁ, হৃদয়ক বহুত ক্ষেত্ৰত মই যুক্তিতকৈ ওপৰত স্থান দিওঁ, কিন্তু এই কথাটোক মই যুক্তিৰে হে বিচাৰ কৰিম সদায়।"



ইমানপৰে ৰোহিণী দাসে বিজয়ৰ মুখলৈ চাই আছিল, এইবাৰ তেওঁ এটা ম্লান হাঁহি মাৰিলে—"বিজয়, তুমি দেখিছোঁ আগ-পাছ সকলো ভাবি-চিন্তি মনক ইতিমধ্যে বান্ধিয়েই পেলাইছা। কিন্তু তথাপি স্বাৰ্থৰ খাতিৰত এটা কথা কম তোমাক। খুব স্বাৰ্থপৰৰ দৰে কথা হব—কাৰণ মই কেৱল নিজৰ গাৰ ফালে চিন্তা কৰি হে সেইষাৰ কথা কম। তোমাৰ কথা, তুমি অন্তৰ্দ্বন্দ্বত ক্ষত-বিক্ষত হৈ এই কেইদিন যি কষ্ট খাই আছা, সেইবোৰ একোকে নেভাবি কেৱল নিজৰ কথা ভাবিয়ে এষাৰ কথা কৈ, এটা আপত্তি তুলি তোমাক দুখৰ উপৰি দুখ দিম। কথাটো এই—ইলা মোৰ পাঁচটা লৰাৰ মাজত একেজনী মাত্ৰ ছোৱালী। তাইক আমি যে বৰ আদৰত তুলিছোঁ তাক কোৱাই বাহুল্য। তাই জীৱনত দুখ পাব—এইটো আমি ভাবিবই নোৱাৰোঁ। কিন্তু বিয়াৰ পিছত, বিবাহিত জীৱনত তাইক আমি যিখন ঘৰলৈ উলিয়াই দিম, সেই ঘৰখনেই যদি তাইক আদৰি নলয়—আদৰি লোৱা দূৰৰ কথা—তাই যদি জীৱনত সেই ঘৰখনত সোমোৱাৰ অধিকাৰৰপৰাও বঞ্চিত হয়, সেই দুখ আমি কেনেকৈ সহিম ? তাই নিজে অন্তৰত যি আঘাত পাব, তাকেই বা আমি কেনেকৈ চাই থাকিম ?"

সেইদিনা লগে লগেই মনলৈ অহা উত্তৰটো বিজয়ে কিন্তু তৎক্ষণাতে দিব পৰা নাছিল। কিন্তু উত্তৰ এটাতো দিবই লাগিব। সেই কাৰণে প্ৰথমে কিছু সময় নমতাকৈ থাকিলেও অৱশেষত সি ৰোহিণী দাসৰ ফালে এবাৰ মূৰ তুলি চায়ে আকৌ তললৈ মূৰ কৰি লাহে লাহে কৈ পেলাইছিল—"আপোনালোকেতো নিজৰ জীয়েকৰ সুখৰ কথাই প্ৰথমে বিবেচনা কৰি চাব লাগিব। সেই হিচাপে ইলাৰ সুখৰ কথা ভাবিলে আপোনালোকে এই বিয়াত সন্মতি সহজে হে দিব লাগে। মইতো সেই আশাতেই আছোঁ—আপোনালোকে ইলা ক'ত সুখী হয় তাকে ভাবি আন সকলো

কথা বাদ দিব বুলিয়েইতো ভাৰসা কৰি আগবাঢ়িছোঁ। আন কোনোবা এজনৰ লগত বিয়া হলে ইলাৰ জীৱনটো যে খুব অসুখী হৈ পৰিব, সেই কথাটো বিবেচনা কৰিব বুলি ভাবিয়ে মই মনত সাহ পাইছোঁ।"

ইমান দিন যিজন মানুহে চাকৰি জীৱনত তাৰ ওপৰৱালা হৈ তাৰ হতুৱাই কাম কৰাই আহিছে, তাৰপিছত তালৈ মৰম উপজি তাক নিজৰ ঘৰলৈ সাদৰে নিমন্ত্ৰণ কৰি আনিছে, আজি সেইজন মানুহৰ জীয়েকৰে পাণিপ্ৰাৰ্থী হৈ খোলাখুলিভাৱে তাৰ আবেদন জনাবলগীয়া হোৱাত বিজয় যেন লাজতে মৰি যাব, কিন্তু তাৰ বিয়াত যেতিয়া দুৰ্ভাগ্যক্ৰমে সি নিজেই অভিভাৱকৰ ভূমিকা লবলগীয়াত পৰিছে, ইয়াৰ বাহিৰে যে তাৰ আৰু কোনো গত্যন্তৰো নাছিল।

সিদিনা সেইদৰে কৈ উঠি কিন্তু বিজয়ে লৰালৰিকৈ লগতে আন এষাৰ কথাও যোগ কৰিছিল, কাৰণ সি বুজিছিল তাৰ এই উত্তৰে ইলাৰ দেউতাকক অলপ অপ্ৰস্তুত কৰি পেলাইছে, কাৰণ তেওঁ আগতে কোৱা কথাষাৰ সি এই অমোঘ যুক্তিৰে খণ্ডন কৰাৰ পিছত তেওঁৰ তৎক্ষণাৎ কবলগীয়া কথা মনলৈ একো নহাটোৱে স্বাভাৱিক। গতিকে আকৌ বিজয়ে কলে, এইবাৰ তাৰ মাতটো আৱেগত, সততা আৰু নিষ্ঠাৰ ভৰত গধুৰ হৈ ওলাল—"আপুনি এতিয়া কি কয় নেজানো, আপোনালোকৰ সন্মতি জনায় নে নজনায় নেজানো, কিন্তু এটা প্ৰতিশ্ৰুতি মই এতিয়াই আপোনালোকক দি থওঁ—ইলাক মই আচল ঘৰখনৰ মৰমৰপৰা বঞ্চিত কৰি ৰাখিবলৈ বাধ্য হলেও, সেই দুখ পাহৰাই ৰাখিবলৈ আজীৱন চেষ্টা কৰিম। মোৰ ডাঙৰ ঘৰখন ইলাই নেপালেও মোৰ অকণমানি সুখী ঘৰ এখন তেওঁক এনেকৈ গতাই দিম, যাতে ইলাই কেতিয়াও আচল ঘৰখনৰ অভাৱ অনুভৱ নকৰে। কেতিয়াও নকৰে!"



আজি বিজয় ভঁৰালীৰ সিদিনাৰ নিজৰ সেই ৰূপটো মনত পৰিলে এতিয়াও অলপ লাজ লাজ লাগে, কি আৱেগ ঢালিয়েই যে কথাষাৰ নকৈছিল, হয়তো দৃশ্যটো বৰ নাটকীয়ই হৈছিল, কিন্তু সঁচাকৈয়েতো সিদিনা সি নাটক নাছিল, প্ৰাণৰ সমস্ত নিষ্ঠা ঢালিয়ে সেই কথাখিনি কৈছিল সি। আজি সেইবোৰ ভাবি ভাবি দীৰ্ঘশ্বাস এটা ওলাই আহে বিজয় ভঁৰালীৰ—এদিন যিবোৰ ইমান সত্য আছিল, আজি যে কেনেকৈ সেই সকলোবোৰ ইমান অবাস্তৱ স্মৃতিত পৰিণত হব পাৰে!

তাৰ কথা শুনি ৰোহিণী দাসৰ মুখত পাতল হাঁহি বিৰিঙি উঠিল। তেওঁ যেন খুব মৰমেৰে বিজয়লৈ চাই আছিল কিছুপৰ, অন্ততঃ তেতিয়া তেনে যেনেই লাগিছিল বিজয়ৰ। সি তলমূৰকৈ আছিল কাৰণে মানুহজনৰ মুখখন দেখা নাছিল, কিন্তু তাৰ সমস্ত অনুভূতিৰে যেন অনুভৱ কৰিছিল এহাল কোমল চকুৰ গভীৰ স্নেহপূৰ্ণ দৃষ্টিৰ প্ৰলেপ তাৰ ওপৰত। তাৰপিছত সি শুনিলে, ইলাৰ দেউতাকে কৈছে—"মই আৰু কোনো আপত্তি নকৰোঁ বিজয়। তোমালোক দুয়ো সুখী হোৱা, তোমালোকৰ জীৱন মঙ্গলময় হওক, তোমালোকৰ জীৱন সৎ হওক, সাধু হওক। নিষ্ঠা আৰু ঐকান্তিকতাৰে তোমালোক দুয়ো যেন সদায় জীৱন-পথত চলিব পাৰা তাকেই আশীৰ্ব্বাদ কৰিছোঁ মই। ইলাৰ বাবে তোমাৰ দৰেই লৰা মই সদায় বিচাৰিছিলোঁ মনে মনে। মোৰ জোঁৱাইৰ ধন থাকক বা নাথাকক, চৰিত্ৰবল যেন থাকে, সৎ-সাহস, সাধুতা যেন থাকে এয়ে মোৰ চিৰদিনৰ প্ৰাৰ্থনা আছিল। আজি ঈশ্বৰে মোৰ সেই প্ৰাৰ্থনা সফল কৰিলে। অৱশ্যে জীৱনত এটা দুখ ৰৈ যাব সদায়—তোমাৰ পিতৃ-মাতৃ, তোমাৰ ঘৰখনক আঘাত দি এই সংসাৰখন গঢ়ি তুলিবলগীয়া হল। এইটো এটা বৰ ডাঙৰ দুখ বিজয়! মই জানো তোমাৰ মনৰ ভিতৰত কি

হৈছে—কিমান কষ্টেৰে, কিমান হেপাহেৰে মাক-দেউতাকে লবা তোলে, নিজেও পিতৃ হৈ বুজি পাওঁতো! তেওঁলোকক তুমি মৰ্ম্মান্তিক আঘাত দিলা বিজয়! মই আৰু কি কম—মই কেৱল ইয়াকে কামনা কৰোঁ, তুমি যদি জীৱনত সঁচাকৈয়ে মানুহ হোৱা, ডাঙৰ হোৱা, তোমাৰ গৌৰৱত গৰ্ব্বী হৈ তেওঁলোকে মনৰ আঘাত কিছুদূৰ মচি পেলাবলৈ সক্ষম হব এদিন।"

আৰু বহুত কিবাকিবি কৈছিল ইলাৰ দেউতাকে। বিজয়ে কেৱল তলমূৰকৈ শুনি গৈছিল আৰু বিভিন্ন আৱেগৰ হেঁচাত তাৰ অন্তৰখন তোলপাৰ লাগি গৈছিল।

তাৰপিছত এদিন ইলাক বিয়া কৰাই বিজয়ে আপোন ঘৰলৈ লৈ আহিল। ঘৰ মানে ভাৰা-ঘৰ। তিনিটা কোঠালি, পাকঘৰ বেলেগে। বৰ বেয়া নহয় যদিও বৰ ভাল ঘৰ বুলিও কব নোৱাৰি। ঘৰটো নামত পকা, কিন্তু ইমান পুৰণি যে ঠায়ে ঠায়ে তলৰ শিল ওলাই গৈছে। অলপ জেকাও ঘৰটো। লাইট নাই, অৱশ্যে সেই সময়ত গুৱাহাটী চহৰৰ খুব কম ঠাইতে লাইট আছিল। এই তিনিটা কোঠালিৰ উপৰিও বাথৰুম এটা আছিল, কিন্তু সেইটো আছিল অলপ দূৰত থকা কুঁৱাটোৰ ওচৰত। সেই বাথৰুমটোও আধা-ভঙা পকাৰ আৰু বেৰবোৰ বাঁহৰ। সেই বাঁহৰ বেৰত হলে মাটি-গোবৰ-চূণ লেপি কোনোদিনেই দিয়া হোৱা নাছিল যেন অনুমান হয়। কুঁৱাটো কিন্তু ভাল বুলিয়েই কব লাগিব, পকা কুঁৱা, পানীবোৰো ভাল।

বহুত বিচাৰি বিচাৰি এই ঘৰটো ঠিক কৰিছিল বিজয়ে। ন কইনাক আদৰি ঘৰ-উঠোৱাৰ সম্পূৰ্ণ দায়িত্ব বিজয়ৰ—গতিকে চিন্তাৰ পাৰ নাছিল তাৰ। তাক সহায় কৰিবলৈ আছিল মাত্ৰ লগুৱা লৰা বাদল। সেই বাদলক লৈয়ে ঘৰটো যথাসম্ভৱ



সজাই-পৰাই ৰাখিছিল বিজয়ে। সজোৱা মানে—সি পঢ়া অজস্ৰ কিতাপ আগেয়ে য'তে-ত'তে পৰি থাকিছিল—মেজত, বাকচৰ ওপৰত, বিচনাত এনেকি বহা চকীৰ ওপৰতো—এতিয়া সেইবোৰ একেলগ কৰি মেজৰ ওপৰত শৃঙ্খলাবদ্ধভাৱে ৰাখিলে বিজয়ে, আৰু বাদলক ভাৰ দিলে ঘৰটোৰ চুকে-কোণে ভালকৈ চাফ কৰিবলৈ। অতদিন বাদলে কেনেকৈ ঘৰ চাফা কৰিছিল সিয়ে জানে, কিন্তু বিজয়ৰ বিয়াৰ সময়ত ঘৰবোৰৰপৰা যিমান আৱৰ্জ্জনা ওলাল তাৰে বাটৰ প্ৰকাণ্ড ডাষ্টবিন এটাৰ আধা ভৰি যাব পাৰে।

বিজয় আৰু বাদলে তেনেকৈ সজাই ৰখা ঘৰতে আহি উঠিলহি ইলা। লগত আনিলে এখন ঘৰ ভৰি যোৱাৰ জোখাৰে যৌতুকীয়া বস্তু—খাট, পালেং, আল্‌না, চকী, মেজ, চোফা, আলমাৰি, মিটচেফ—সকলো। ঘৰ এখন পাতিবলৈ যিখিনি বস্তু-বাহানিৰ প্ৰয়োজন, ইলাৰ লগত সকলোখিনিয়ে দিছিল ইলাৰ মাক-দেউতাকে।

তাৰপিছত বিয়াৰ তিনি-চাৰি দিন পাৰ হোৱাৰ পিছতেই ইলা ঘৰ সজোৱাত উঠি-পৰি লাগি গল। শোৱনি-ঘৰটোত ইলাই ৰাখিলে পালেংখন, ড্ৰেচিং আইনাখন, আল্‌নাখন আৰু বেতৰ চকীখন। এই চকীখন আছিল বিজয়ৰ নিজৰ। তাৰ বাহিৰেও বিজয়ে ব্যৱহাৰ কৰা খাটখনো ইলাই নতুন বিচনা-চাদৰ, বেডক'ভাৰেৰে ঢাকি ধুনীয়া কৰি সজাই থলে পালেংখনৰপৰা অলপ দূৰতে। বিজয়ৰ দিনত বিচনা-চাদৰ, বেডক'ভাৰ দুয়োখনেই নাছিল, তেতিয়া কেৱল এখন বিচনা-চাদৰেৰেই ঢকা থাকিছিল তুলীখন। খুব লেতেৰা হোৱা যেন দেখিলে হে বিজয়ে কেতিয়াবা বাদলক কৈ সেইখন ধোৱাইছিল। গাঁৰুৰ গিলিপৰ অৱস্থাও আছিল তথৈবচ। এতিয়া নতুন ৰূপ লোৱা তাৰ শোৱনি-ঘৰৰ অৱস্থা দেখি সি চমৎকৃত হৈ গল।

"বাঃ—" বিজয়ে চাৰিওফালে চকু ঘূৰাই চাই চাই কলে— "ঘৰৰ চেহেৰা দেখোন একেবাৰে সলনি কৰি দিলা ইলা! কি ঘৰ মোৰ কি হৈ গল!"

প্ৰশংসাত খুচি হৈছিল ইলা। তৃপ্তিৰ হাঁহি মাৰি উত্তৰ দিছিল তাই—"ঘৰিণী অহাৰ পিছতো ঘৰৰ আগৰ দুৰ্দ্দশা হৈ থাকে নে?"

শোৱনি-ঘৰ সংলগ্ন দুটা কোঠালি দুইফালে। বাটৰ কাষৰ কোঠালিটোত চোফা-চেটেৰে সজাই আলহী বহাৰ ব্যৱস্থা কৰি আনটো কোঠালি ইলাই লাইব্ৰেৰী কৰিলে। বিজয়ে অবাক হৈ চাই থাকিল কেনেকৈ তাৰ অযত্ন-ৰক্ষিত কিতাপবোৰ ইলাই এখন এখনকৈ আলফুলে ধূলি মচি, মেজৰ ওপৰত সজাই থলে। সেই মেজখনো আছিল তাৰেই। অতদিনে তাত বিজয়ৰ সকলো কামেই চলিছিল—তালৈ ভাত, চাহ সজাই আনি বাদলে সেইখন মেজতে দিছিল, তাৰ ওপৰত সিঁচৰতি হৈ পৰি থকা কিতাপবোৰ পৰম হেলাৰে একালে ঠেলি থৈ বাদলে ভাতৰ থাল আৰু চাহৰ কাপ-প্লেটৰ বাবে ঠাই উলিয়াইছিল। চিঠি-পত্ৰ আদি সকলো ধৰণৰ লেখা কামো বিজয়ে সেইখন মেজৰ ওপৰতে কৰে, ডাঢ়িও খুৰায় তাতেই ডাঢ়ি খুৰোৱা সঁজুলিবোৰ থৈ। বন্ধু-বান্ধৱ ফুৰিবলৈ আহিলে তাতেই চাহ, তামোল দিয়া হয়। মেজখন ইলাই পোৱা অৱস্থাত বিচিত্ৰ দাগেৰে ভৰি গৈছিল—মেজত চিয়াহীৰ দাগ, লেম জ্বলাই কোনোদিন গাৰ কেৰাচিন বা লেতেৰাবোৰ বাদলৰ মচাৰ অভ্যাস নথকাত মেজৰ ওপৰত লেম থোৱাৰ ফলত লগা সেই কেৰাচিন আৰু ময়লাৰ মিশ্ৰিত দাগ, কেতিয়াবা লেমৰ চিম্‌নি ভাঙিলে বাদল দোকানলৈ যোৱাৰ সময়খিনিত মেজতে মমবাতি জ্বলাই লোৱাৰ ফলত লাগি থকা মমবাতিৰ দাগ, তামোল খাই সদায় মচা চূণৰ দাগ—ইত্যাদিৰে দাগময় হৈ পৰিছিল মেজখন। ইলাই এতিয়া ঘঁহি ঘঁহি সেইবোৰ গুচালে, আৰু



তাৰ ওপৰত ধুনীয়া এখন টেবুলক্লথ পাৰি বিজয়ৰ লাইব্ৰেৰী-ৰুম সজালে। মেজখনে তাৰ জড়-জীৱনত প্ৰথম সেই আচ্ছাদন পালে।

দেউতাকে ইলাৰ লগত সৰু এটা আলমাৰিও দিছিল। ইলাৰ সৰুৰেপৰা গোটখোৱা বহুত পুতলা আছিল—সকলোবোৰ সেই আলমাৰিটোত সোমাই থোৱা আছিল। এতিয়া মাক-দেউতাকে জীয়েকৰ লগত তাইৰ সৰুকালৰ লগৰীবোৰৰ সতে আলমাৰিটোও পঠিয়াই দিছিল। ইলাই কিন্তু বিজয়ৰ ঘৰত পুতলাবোৰ আলমাৰিৰপৰা উলিয়াই খালী বাকচ এটাত ভৰাই থলে, আৰু আলমাৰিটো বিজয়ৰ লাইব্ৰেৰী সজোৱাত লগালে। সেই কোঠালিটোত এতিয়া এটা আলমাৰি, এখন মেজ, এখন কাঠৰ চকী আৰু এখন বেতৰ চকী—এইবোৰ ইলাই এনে পৰিপাটিকৈ সজাই থলে যে বিজয়ে মন্তব্য কৰিলে—"ইলা, তুমি ইমান ধুনীয়াকৈ সজাই তোমাৰ নিজৰেই যে ক্ষতি কৰিলা, সেই কথাটো ভাবি চাইছা নে নাই?"

"তাৰ মানে?" ইলা সঁচাই আচৰিত হৈছিল।

"তাৰ মানে আৰু কি। মতা মানুহবোৰে কিতাপ পঢ়ি থাকিলে বোলে মাইকী মানুহবোৰে বৰ বেয়া পায়—অৰ্থাৎ তেওঁলোকে বিচাৰে মতা মানুহে ঘৈণীয়েকবোৰৰ বাহিৰে কাৰো প্ৰতিয়েই আৰু আকৰ্ষণ দেখুৱাব নালাগে। লাগে সি চেতনহীন পদাৰ্থ ই হওক। তুমিওতো সেই মাইকী মানুহৰে এজনী—ইমান ধুনীয়াকৈ, আৰামপ্ৰদকৈ মোৰ পঢ়া কোঠালি সজাই দিছা, আগৰেপৰা মই কিতাপ পঢ়ি ভাল পাওঁ, এতিয়াতো আৰু পঢ়া-কোঠালিৰপৰা ওলাবৰে মন নেযাব।"

"অ' সেইটোৰে কথা। মই বোলোনো আৰু কি!" ইলাই যেন স্বস্তিৰ নিঃশ্বাস পেলালে—"সেইটো কথাত হলে মই বৰ বেছি

ভয় নকৰোঁ দেই—মই বেছি বিদ্বান নহওঁ, শিক্ষা-দীক্ষাওতো জানেই—কিন্তু পঢ়াৰ প্ৰতি হলে মোৰ বৰ আগ্ৰহ, পঢ়া-শুনা কৰা কথাটো মোৰ বৰ ভাল লাগে। এতিয়া আপুনি পঢ়ি থাকিলে ময়ো লগতে এখন কিতাপ লৈ আপোনাৰ ওচৰতে বহি থাকিম; কিন্তু আপোনাক হলে দিগদাৰ কৰিম দেই, নুবুজিলে সুধি থাকিম, বুজিলে আপোনাৰ ওচৰত মোৰ বিদ্যা জাহিৰ কৰিবলৈ আপোনাকে বুজোৱাত লাগি যাম। পঢ়া কথাবোৰ ভাল লাগিলে আপোনাক সেই বিষয়ে বৰ্ণনা দিবলৈ আৰম্ভ কৰিম, বেয়া লাগিলে লেখকক সমালোচনা কৰি আপোনাৰ আগত দীঘলীয়া বক্তৃতা এটা দি পেলাম। হাঁহি উঠা কথা পঢ়িলে আপোনাকো সেই ৰসৰ ভাগ দি মোৰ লগতে আপোনাকো হঁহুৱাম, দুখলগা কিতাপ হলে পঢ়ি হুকুহুকাই কান্দিম"—

"অৰ্থাৎ—" বিজয়ে ইলাৰ কথাৰ মাজতে কৈ উঠিল—"সেইটো পঢ়া-ঘৰ মোৰ নহৈ তোমাৰ হব আৰু তেতিয়া তোমাৰ থিওৰিটোকে মই ওলোটাই কব লাগিব যে ঘৈণীয়েকবোৰে কিতাপ-পত্ৰ পঢ়িলে গিৰিয়েকবোৰে বৰ বেয়া পায়—"

হো-হোৱাই হাঁহি দিছিল ইলাই।

সেই হাঁহিৰ ধ্বনি যেন আজিও দূৰ অতীতৰপৰা উটি আহি বিজয় ভঁৰালীৰ বুকুত ঠেকা খালেহি। ইলাৰ সেই পাহৰিব নোৱাৰা হাঁহি! ইমান প্ৰাণখুলি হাঁহিব পাৰিছিল ছোৱালীজনীয়ে। মুখখন এনেয়ে সদায় হাঁহো হাঁহো কৰি থকা বিধৰ, সেই মুখে যেন অপেক্ষা কৰি থাকে হাঁহিৰ খোৰাকলৈ। তাৰপিছত সুযোগ পালেই হাঁহিৰ উচ্ছ্বসিত খলক লগাই দিয়ে। মাজে মাজে তাৰ বাবে বিৰক্তও হৈছিল বিজয়—"ইমান হাঁহিলে বাৰু ওচৰৰ মানুহে কি ভাবিব?" লগে লগে অনুতপ্ত হৈ গৈছিল ইলা—"ছিঃ, এই বেয়া অভ্যাসটো আৰু কোনোমতেই গুচাব নোৱাৰিলোঁ।



মায়ে মোক কিমান সংশোধন কৰিবৰ চেষ্টা কৰে, মই যে লৰাবোৰৰ মাজত ডাঙৰ হৈ বহুত কথাত ছোৱালীসুলভ নম্ৰতা-ভদ্ৰতা পাহৰি পেলাওঁ সেই কথা মায়ে মোক কিমান দিন কৈছে—ছিঃ, কিয় যে বাৰে বাৰে পাহৰি যাওঁ—"

কিন্তু আকৌ বাৰে বাৰে পাহৰি গৈছিল ইলাই, আকৌ বাৰে বাৰে হাঁহিৰ ঢৌত উটি গৈছিল, আকৌ মাজে মাজে বিজয় বিৰক্ত হৈ উঠিছিল, আৰু আজি অত বছৰে সেই হাঁহিভৰা মুখখনকে সুঁৱৰি সুঁৱৰি অদৃশ্য চকুপানী টুকি আহিছে বিজয় ভঁৰালীয়ে।

এখন হাঁহিভৰা মুখ। ঘৈণীয়েকৰ যিটো ভঙ্গিৰ মুখখন বিজয় ভঁৰালীৰ মনলৈ বেছিকৈ আহি থাকে, সেইটো হল হাঁহিৰে উদ্ভাসিত হৈ থকাৰ—ঘূৰণীয়া এখন মুখ, বৰ বেছি বগা নহয়, চকুহাল উজ্জ্বল, সৰু কপালখনত জোখতকৈ অলপ ডাঙৰ ফোটটো, সেঁওতাতো দীঘলীয়াকৈ সেন্দূৰৰ ৰেখা, পাতল ওঁঠ দুটাত লাগি থকা চিৰসঙ্গী হাঁহি এটা। সেই হাঁহি কোনোদিন মলিন হবলৈ দিয়া নাছিল মানুহজনীয়ে। বিজয়ৰ মনত এটা বৰ কুণ্ঠাবোধ আছিল যে ভাল ঘৰ-দুৱাৰত ডাঙৰ হৈ অহা ইলাই এই আধা-ভঙা ঘৰটোত অলপ নহয় অলপ অসন্তুষ্ট হবই। প্ৰথমতে নহলেও পিছলৈ নিশ্চয় তাই তাক কব—ঘৰটো ভাল নহয়। অসুবিধাবোৰ বৰ্ণাবলৈ আৰম্ভ কৰিব, আৰু শেষলৈ হয়তো আন ভাল ঘৰ এটা বিচৰাৰ কথাও কব। সেই কাৰণে ইলাই যেতিয়া তাই লগত অনা নতুন চক্‌চকীয়া খাট-পালেং, চকী-মেজ অতি উৎসাহেৰে আৰু অতি পৰিপাটিকৈ সজোৱাত লাগিল, বিজয়ে নিজেই কিছুদিনৰ মূৰত যিটো প্ৰসঙ্গ অৱতাৰণা হোৱাৰ সম্ভাৱনা আছে তাক আৰম্ভ কৰিলে—

"এই আধা-ভঙা ঘৰটোতনো কি সজাবা হে এইবোৰ—নহয় ইলা?"

"আধা-ভঙা হলেও বহুত বিচাৰি বিচাৰি হে ঘৰটো পাইছে, নহয় জানো? আগেয়ে হেনো ইয়াতকৈও বেয়া ঘৰ এটাত আছিল। মোক বিয়া কৰোৱাৰ কাৰণে হে এইটো ঘৰ আগৰটোতকৈ বেছি ভাৰা দি ললে। পোৱা হলেতো আৰু বেছি ভাল ঘৰ এটা ললেহেঁতেন—নহয় জানো?" বিজয়ৰ মুখলৈ চাই হাঁহিলে ইলাই।

কি প্ৰসঙ্গৰ অৱতাৰণা কৰিবলৈ গৈ কি ওলাল!

"ক'ৰপৰা গোটালা হে এইবোৰ তথ্য-পাতি?"

"ক'ৰপৰা আৰু—। বাদলে কৈছে। সি আৰু কৈছে—আপুনি বোলে তাক কৈছে, মই বেছি দিন এইটো ঘৰত থাকিবলৈ নুখুজিম। আপুনি আৰু এটা নতুন ভাল ঘৰ বিচাৰি উলিয়াব লাগিব। বৰ লোকৰ মনৰ খবৰ জনা মানুহ দেই আপুনি! মই এই ঘৰটোত থকাৰ আজি দুসপ্তাহ পিছতো মোৰ মনৰ যিটো কথা জনা নাই, আপুনি কিন্তু মই ইয়ালৈ অহাৰ বহুত দিন আগৰপৰাই মোৰ মনৰ সেই খবৰ জানি থৈছে!"

"তাৰ মানে এই ঘৰটোত থকাৰ তোমাৰ আপত্তি নাই—" লৰালৰিকৈ বিজয়ে প্ৰশ্নটো কৰিলে।

"অলপো নাই। দেউতাই আমাক সৰুৰেপৰা এই কথাটোকে শিকাই আহিছে যে মানুহে পৰাপক্ষত যি পায় তাতে সন্তুষ্ট থাকিব লাগে। যিটো বস্তু পোৱা সম্ভৱ নহয় তাৰ কাৰণে হামৰাও কাঢ়ি মনক অসুখী কৰিব নেপায়। সকলোফালে মনোমত ভাৰা-ঘৰ পোৱা প্ৰায় অসম্ভৱ কথা। তাৰোপৰি আমিতো ইয়াত চিৰদিন থাকিবলৈ নেপাওঁ। আপোনাৰ বদলীৰ চাকৰি যেতিয়া এদিনতো বদলী হৈ যাবই লাগিব।" তাৰপিছত বিজয়লৈ চাই হাঁহি এটা মাৰি ইলাই কলে—"আমাৰ যেতিয়া নিজৰ ঘৰ এটা সাজিম, তেতিয়া তাত সকলোবোৰ সুবিধা কৰি লম।"

সেইদিনা সঁচাকৈয়ে এটা স্বস্তিৰ নিশ্বাস পেলাইছিল বিজয়ে।



তাৰ স্বভাৱটো অলপ এলেহুৱা ধৰণৰ। কম বস্তু-বাহানিৰে সৈতে এটা ঘৰ বদল কৰিয়ে তাৰ হাইৰাণ হোৱা যেন লাগিছিল। ইলাক সন্তুষ্ট কৰিবলৈ কলেও, এতিয়া ইমানসোপা বয়-বস্তুৰে সৈতে আকৌ এটা নতুন ঘৰলৈ যোৱাৰ সম্ভাৱনাটো তাৰ মনত বিভীষিকাপূৰ্ণ। ইফালে বদলী হলে আন ঠাইলৈকে বাধ্য হৈ যোৱাৰ পৰ্ব্ববোৰতো সমুখৰ গোটেই জীৱনটোতে পৰি আছে।

ইলাৰ প্ৰতি মনে মনে কৃতজ্ঞ হৈ ৰল বিজয়। কিন্তু তাৰ মনত হলে এটা সন্দেহৰ ছাঁ ৰৈ গল যে ইলাৰ নিজৰ মনত ভাল ঘৰ এটালৈ যোৱাৰ হেপাহ নথকা নহয়। কিন্তু ইমানদিনৰ চিনাকিৰ পিছত তাৰ এলেহুৱা স্বভাৱটোৰ বিষয়েতো আৰু ইলাৰ জানিবলৈ বাকী নাই, সেইবাবেই তাই এই ঘৰটো বেয়া বুলি ভুলতো এবাৰো কোৱা নাই। নহলে আন হে নেলাগে বাথৰুমটোৰ কথাতে ইলাৰ মহা আপত্তি হব লাগিছিল—বেৰবোৰ থাকিও নথকাৰ দৰে। গা ধুবলৈ গৈ তাই সদায়ে তাত চাদৰ আৰি আৰি দিয়ে, আৰু সিও এনে এটা মহামূৰ্খ—ইমানদিনেতো ঘৰৰ মালিকক কৈ বেৰবোৰত মাটি লেপাই লব পাৰিলেহেঁতেন। বেছ কিছুদিন যোৱাৰ পিছত ইলাই মুখ ফুটাই কোৱাৰ পিছত হে সেই কামটো কৰাইছিল সি। বৰ লাজ পাইছিল মনতে সিদিনা বিজয়ে। নিজকে বৰ অকামিলা, সংসাৰী হোৱাৰ অনুপযোগী যেন লাগিছিল। অৱশ্যে ইলাৰপৰা এই বাথৰুমটোৰ যহতে সি এনে এটা কামৰ ভাৰ পাইছিল, যিটো কৰিবলৈ পাই তাৰ মনত বেছ এটা পৌৰুষৰ গৰ্ব্ব জাগি উঠিছিল। আধুনিক যুগত প্ৰাচীন বা মধ্য যুগৰ নিচিনাকৈ পুৰুষে অবলা নাৰীক নানা বিপদ-আপদ, বিভীষিকা আদিৰপৰা ৰক্ষা কৰাৰ সুবিধা খুব কমেই পায়। ধন ঘটি দিয়া, বজাৰ কৰি দিয়া, সময়ে সময়ে ফুৰিব-চাকিবলৈ নিয়া, দৰকাৰ হলে ডাক্তৰ মাতি অনা—এইবোৰতে তেওঁলোকৰ পুৰুষৰ

কৰ্ত্তব্য শেষ হৈ যায়। নাৰীৰ আগত আন কোনো বীৰত্ব দেখুৱাবৰ কোনো সুযোগেই তেওঁলোকে প্ৰায় নেপায়। কিন্তু বিজয়ে সেইবিষয়ত নিজকে ভাগ্যৱান বুলিয়ে ভাবিলে—যেতিয়া বিয়াৰ পিছদিনা ৰাতিয়ে ইলাই তাক টোপনিৰপৰা জগাই তুলি কলে যে তাই বাহিৰলৈ যাব খোজে, কিন্তু বাথৰুমটো বহুত দূৰ, তাইৰ বৰ ভয় লাগে, বিজয় লগত যাব লাগিব। ৰাতি উঠি ঘৈণীয়েকৰ লগত বাহিৰলৈ যাব লাগে—এইটোৱে কাম। ঘৈণীয়েকে তাক খুব কুণ্ঠাৰে জগায়, খুব বেয়া পায় তেনেকৈ টোপনিৰপৰা জগাবলৈ। জাৰকালিৰ ৰাতি হলেতো সেই কুণ্ঠা আৰু বাঢ়ে। কিন্তু কি কৰিব তাই, তাইৰ যে সদায় ৰাতি বাহিৰলৈ যোৱা অভ্যাস, অথচ ইমান ভয় লাগে! ইমান ভয় লাগে যে সি লগত ৰক্ষক হৈ যাব লাগে—নৱ-বিবাহিত ডেকাজনৰ কাৰণে তৰুণী ঘৈণীয়েকৰ এই আবদাৰটোৱে যে কিমানখিনি মাধুৰ্য্য বহন কৰি আনিছিল, কি এক পৌৰুষৰ গৰ্ব্বেৰে তাৰ বুকু স্ফীত কৰি পেলাইছিল, আজিও সেই অনুভূতি যেন নতুনকৈ উপভোগ কৰে বিজয় ভঁৰালীয়ে।

ইলাৰ সেই ভয় লৈ দিনৰ বেলা বিজয়ে খুব জোকায়। "ইমান ভয় লাগে কিহলৈ?" সি আৰম্ভ কৰে।

"কিহলৈ আৰু, ভূতলৈ—" বিনা সঙ্কোচে উত্তৰ দিয়ে ইলাই।

"ভূত! তুমি এই গুৱাহাটী চহৰতো ভূতৰ ভয় কৰা! ভূত জানো কেতিয়াবা নিজ চকুৰে দেখিছা যে ভূতলৈ তোমাৰ ইমান ভয়?"

"বাঃ, দেখা নাই কাৰণেতো ইমান ভয় লাগে। বাঘ-সিংহ এইবোৰ জানো কম ভয়ঙ্কৰ। কিন্তু সিহঁতক দেখিছোঁ কাৰণেই সিহঁতলৈ সিমান ভয় নেলাগে। কিন্তু ৰাতি ভূতৰ কথা মনলৈ আহিলেই মোৰ গাৰ নোম ডাল ডাল হয়।"

বিজয়ে হাঁহি দিছিল। তাৰপিছত তাৰ মন গল ইলাক অলপ তত্ত্বকথা শিকাবলৈ।



"ইলা, ভয়ে মানুহৰ কি প্ৰমাণ কৰে জানা?"

"কি?"

"জীৱনৰ প্ৰতি মানুহৰ কিমান মায়া, কিমান মমতা। মৃত্যুলৈ ভয়ৰপৰাইতো মানুহৰ মনত সাধাৰণ সকলো ধৰণৰ ভয় সঞ্চাৰিত হৈছে। মানুহ মৰিব নোখোজে, জীয়াই থাকিব খোজে—সেই কাৰণেই পৃথিবীত ইমান ভয়।"

"ইঃ, এইটোনো কি নতুন কথা কলে। মানুহে মৰিব নোখোজেইতো। কোনেও নোখোজে। ময়ো নোখোজোঁ।"

খন্তেকৰ বাবে ৰৈ গৈছিল ইলা—তাৰপিছত লাহেকৈ কৈছিল—"এতিয়া আৰু বেছিকৈ নোখোজোঁ।"

বিজয়ে খুব মৰমেৰে ইলালৈ চাই হাঁহিছিল। কিন্তু ইলাৰ কথাটো নুবুজাৰ ভাও ধৰি হাঁহি হাঁহিয়ে সুধিছিল—"কিয়?"

"এনেয়ে—" কপট খং কৰি উত্তৰ দিছিল ইলাই।

"কিন্তু ইলা, মই হলে মৰিব খোজোঁ। আজিয়েই। এতিয়াই।"

"কিয়?" প্ৰায় আৰ্ত্তনাদৰ সুৰত কৈ উঠিছিল ইলাই।

"মৰি মোৰ ভূত হৈ প্ৰমাণ চাবৰ মন গৈছে—মই মৰাৰ পিছত তুমিনো কিমান দিন কান্দা।"

"আপুনি বৰ নিষ্ঠুৰ!" ইলাৰ চকু চলচলীয়া হৈ গৈছিল সিদিনা। হাঁহি যিমান সহজ আৰু অনায়াস ইলাৰ কাৰণে, কান্দোনো ঠিক তেনেকুৱাই আছিল।

ইলাৰ মৃত্যুৰ পিছত বিজয়ে নিজে হলে কন্দাই নাছিল। কান্দিব পৰা নাছিল। ইলাই ভূত হৈ সি কেইদিন কান্দিছে মনে মনে চাবলৈ আহিছিল নেকি, সি কব নোৱাৰে। ইলাই তাক এৰি যোৱাৰ পিছত কোনোদিন সি ইলাৰ ছাঁটোকে দেখা নেপালে। জীৱিতকালত যিমানেই প্ৰিয়জন নহওক, বহুতেই মৰাৰ পিছত কিন্তু সেই প্ৰিয়জনৰ আৰু সাক্ষাৎ নিবিচাৰে, অৰ্থাৎ ভূতৰ স'তে

মুখা-মুখি হোৱাৰ সাহস নেথাকে। কিন্তু বিজয়ে ভাবিছিল সি যদি জীৱনত কেতিয়াবা ভূত দেখিলেহেঁতেন—ইলাৰ ভূত নহলেও আন ভূত দেখা হলেও সি জীৱনৰ চৰমতম সান্ত্বনা লাভ কৰিলেহেঁতেন, কাৰণ তেতিয়া হলে এটা ডাঙৰ সত্যৰ সন্ধান পালেহেঁতেন যে মৃত্যুৰ পিছত সকলো শেষ হৈ নেযায়। মৃত্যু মানে সকলো শূন্য নহয়, তাৰ মানে তাৰ নিজৰ মৃত্যুৰ পিছত সি এদিন ইলাক লগ পাব পাৰে।

ভূতলৈ ইলাৰ যিমান ভয়, ঈশ্বৰৰ প্ৰতি ভক্তিও আছিল সিমান। পাকঘৰৰ এচুকত ঠাইডোখৰ মচি-কাচি কাঠৰ বাকচ এটাত ফুল তোলা নতুন গামোচা এখন পাৰি তাত কৃষ্ণ-মূৰ্ত্তি এটা থাপনা কৰি সদায় গধূলি মাটিৰ চাকি জ্বলাই ধূপ-ধূনা দি ইলাই সেৱা কৰিছিল। এই দৃশ্যটোৱে বিজয়ৰ মনটো কিবা এক পুলকৰ আৱেগেৰে ভৰাই তুলিছিল। তাৰ বৰলা শ্ৰীহীন ঘৰটো এক নাৰীৰ কল্যাণ-পৰশত কি পৱিত্ৰ, কি সুন্দৰ শান্ত হৈ পৰিছে! জীৱনটো যে ইমান সুন্দৰ, জীয়াই থাকিবলৈ যে ইমান মধুৰ লাগে, আগেয়েতো বিজয়ে কোনোদিন অনুভৱ কৰা নাছিল।

ইলাৰ এই ঈশ্বৰ-ভক্তি দেখি কিন্তু বিজয়ে সেই ভূতৰ কথাটো লৈ ঠাট্টা কৰিবলৈও নেৰিছিল।

"ইলা, তোমাৰ যদি ঈশ্বৰলৈ ইমানেই বিশ্বাস, ভূতৰ ভয় কিয়?"

"ঈশ্বৰক মই যিমান বিশ্বাস কৰোঁ, ভূতকো যে সিমান বিশ্বাস কৰোঁ।"

"তোমাৰ ঈশ্বৰে জানো তোমাক ভূতৰ হাতৰপৰা ৰক্ষা কৰি নেথাকিব?"

"ঈশ্বৰৰ সেই সৰু কথাবোৰত লাগি থকাৰ সময় নাই।"

বিজয়ে হাঁহি দিলে—"হয় নেকি? মই আকৌ ভাবিছিলোঁ ঈশ্বৰৰ সময় অনন্ত। বাৰু, সৰু কথাবোৰত নেথাকি ঈশ্বৰ যদি ডাঙৰ



কথাবোৰত থাকে, সেই ডাঙৰ কথানো কি মোক এটা উদাহৰণ দিয়াচোন ইলা!"

অলপো নেহাঁহি সিদিনা কেই মুহূৰ্ত্তমান গহীন হৈ আছিল ইলা—তাৰপিছত একে গহীন সুৰতেই কৈ পেলালে—"আমাৰ বিয়াখন।"

আকৌ হাঁহিলে বিজয়ে—"আমাৰ বিয়াত ঈশ্বৰ উপস্থিত আছিল নেকি, ইলা?"

"আছিল তো। নাছিল জানো?"

আকৌ পাতলভাৱে কিবা এটা কবলৈ গৈ কিন্তু এইবাৰ থমকি ৰল বিজয়—ইলাৰ মুখলৈ চাই দেখিলে জগতৰ সমস্ত বিশ্বাস আৰু ঐকান্তিকতা যেন থুপ খাইছেহি সেই সৰল মুখখনত। কিছু সময় একো মাতিব নোৱাৰিলে বিজয়ে, তাৰপিছত কলে—"ইলা, তোমাৰ দেউতাই ভয় কৰিছিল যে মোৰ ঘৰৰ আশীৰ্ব্বাদ নহলে আমাৰ বিবাহিত জীৱন মঙ্গলময় নহব পাৰে। কিন্তু ঈশ্বৰ স্বয়ং যিখন বিয়াত উপস্থিত থাকি আশীৰ্ব্বাদ কৰে, সেই বিয়া কেতিয়াও অশুভ হব নোৱাৰে, নহয় ইলা?"

উত্তৰত ইলাই কেৱল মূৰ তুপিয়াইছিল, আৰু বিজয়ে দেখিলে কিবা যেন এক অপূৰ্ব্ব জ্যোতিৰে ইলাৰ মুখখন উদ্ভাসিত হৈ উঠিছে।

কিন্তু আজি মনত পৰি নিজকে এটা পাষণ্ড বুলি ভাবিবৰ মন যায় বিজয় ভঁৰালীৰ যে, তাৰপিছতো তাৰ কি এক কুৎসিত কৌতুক জাগিছিল ইলাক আৰু পৰীক্ষা কৰিবলৈ।

সিদিনা অলপ পৰ ইলাৰ মুখলৈ মুগ্ধভাৱে চাই থাকি বিজয়ে হঠাৎ সুধি পেলালে—"বাৰু ইলা, তুমিতো মোক খুব বিশ্বাস কৰি নিশ্চিন্ত হৈ আছিলা? যদি মই শেষ পৰ্য্যন্ত তোমাক বিয়া নকৰালোহেঁতেন, যদি তোমাক ঠগালোহেঁতেন?" কি যে হৈ গল

বিজয়ৰ, হঠাৎ সেই এটা কুৎসিত কৌতূহলে মনটো তাৰ অধিকাৰ কৰিলে এক মুহূৰ্ত্তত, আৰু ইলাই নো এই কথাটোৰ কি উত্তৰ দিয়ে তাক জানিবলৈ দুষ্টালিভৰা দৃষ্টিৰে তাইৰ ফালে চাই ৰল।

ইলাৰ গহীন মুখখন কৰুণ হৈ গল, অলপ পিছত বিজয়ে দেখিলে তাইৰ চকুহালত দুটোপাল চকুলো টলমল কৰিছে। কিন্তু সেই চকুপানী তাই বাগৰি আহিবলৈ নিদিলে, নিজকে সংযত কৰি ধীৰভাৱে কলে—"দেউতাই কয়, সংসাৰত আচলতে কোনেও কাকো ঠগাব নোৱাৰে, আনক ঠগাবলৈ গৈ নিজে হে ঠগ খায়। যাক ঠগোৱা যায় তাৰ যিমান লোকচান হয়, যি ঠগে তাৰ লোকচান আৰু বেছি হয়। দেউতাই এইদৰে বুজায় যে ঠগোঁতাজনে আনক ঠগাই নিজৰ বিবেকক জলাঞ্জলি দিবলগাত পৰে। সেইটো জানো মানুহৰ জীৱনত অলপ ক্ষতি!" সেইদৰে কৈ কিন্তু লগে লগে ইলাৰ মুখ হাঁহিৰ পোহৰেৰে উজলি উঠিছিল—"আপুনি বাৰু মোৰ লগত এই বাজে ধেমালিবোৰ কিয় কৰিছে? আপোনাৰ দৰে মহৎ মানুহ এজনে মোক নেলাগে, জীৱনত খুব ডাঙৰ শত্ৰুকো কেতিয়াবা ঠগাব পাৰিব নে?"

ইলাক প্ৰশ্নটো কৰি উঠি ইলাৰ কৰুণ মুখ আৰু সজল চকুহাল দেখি বিজয় লগে লগে অনুতপ্ত হৈ উঠিছিল, মনটো আত্মধিক্কাৰেৰে ভৰি গৈছিল, এতিয়া ইলাৰ কথাবোৰে যেন তাক চাবুক হে মাৰিলে। সি কেৱল কলে—"তোমাক নঠগোৱাত মোৰ কোনো মহত্ত্ব নাই ইলা। আচল কথা হল—তোমাক ঠগাবলৈ খুব ডাঙৰ পাষণ্ডৰ বাহিৰে আন কাৰো সাধ্য নহব। আৰু মই এটা পাষণ্ড হলেও খুব ডাঙৰ পাষণ্ড বোধহয় নহওঁ।"

বিয়াৰ পোন্ধৰটামান দিন যোৱাৰ পিছত এদিন পুৱা শুই উঠি বিজয়ে এটা দৃশ্য দেখিলে: সিহঁত থকা ঘৰটোৰ পাছফালৰ



মাটিডোখৰত বাদলে ধুমধাম্ কোৰ মাৰিছে, আৰু ইলাই ওচৰতে থিয় হৈ থাকি তাক কিবাকিবি কৈ আছে।

ব্ৰাচেৰে দাঁত ঘঁহি ঘঁহি বাহিৰলৈ ওলাই আহিছিল বিজয়—সি এই দৃশ্যটো দেখি খন্তেকপৰ ব্ৰাচডাল লৰাবলৈও পাহৰি গল।

"মাটিবোৰত কিয় কোৰ মৰাইছা ইলা?"

"আপোনাৰো যে প্ৰশ্ন! কিয় আৰু, খেতি কৰিবলৈ।"

জনা-শুনা কথা, খেতি কৰিবলৈকেই মাটিত কোৰ মাৰি চহ কৰা হয়। কিন্তু ইমান সহজ, ইমান জনা কথাটোকে যেন জনা নাছিল বিজয়ে। সি চহৰত থাকিবলৈ লোৱাৰ দিন ধৰি এইবোৰ কামৰ লগত সম্বন্ধ নাই। গাঁৱত থকা দিনবোৰতো যে বিশেষ সম্বন্ধ আছিল তাকো কব নোৱাৰি। সৰুৰেপৰা তাৰ স্বভাৱটো অলপ অন্য ধৰণৰ। বাহিৰা কাম-বনলৈ ধাউতি নাই, কেৱল পঢ়া-শুনা কৰি হে ভাল পায়। ঘৰত মানুহ-দুনুহ বহুত, গতিকে গাঁৱলীয়া ঘৰ হলেও তাক সেইবোৰ কামলৈ কোনেও নেপাচেই। সি পঢ়িছে—পঢ়ি-শুনি ভাল পাইছে, তাতেই লাগি থাকক। তাতে পঢ়া-শুনাত চোকাও। গতিকে চহা ঘৰৰ লৰা হলেও শাক-পাচলিৰ খেতি কৰি পোৱা নাই, এনেকি কবি-মূলাখিনিনো এইবাৰ কেনে হৈছে—এই আগ্ৰহ এটা লৈও সি কোনোদিন বাৰীখন চাবলৈ যোৱা নাই। কেৱল কেতিয়াবা মাকে আন কাকো নেপালে তাক পাচে—'বোপাই যাচোন কটাৰীখন লৈ, সৌফালৰ ডাঙৰ লাউটো কাটি আন। মই মাছকেইটা বাছি লওঁ।' কটাৰীখন লৈ গৈ এনেকৈ কেবাদিনো সি লাউ কাটি পাইছে বা কবিও উভালি পাইছে—তাৰ বাহিৰে কিন্তু আন কোনো সম্বন্ধ তাৰ বাৰীৰ লগত নাছিল। তাৰপিছত তো হোষ্টেলত থাকি পঢ়োঁতেই গল। আৰু তাৰপিছত এটা বছৰ কাটিল চাকৰি কৰি। এই ঘৰটো লোৱাৰ আগতে সি যিটো ঘৰত আছিল,

সেই ঘৰটো সৰু আৰু ভঙা-ছিঙা আছিল যদিও কম্পাউণ্ডটো আছিল প্ৰকাণ্ড। মালিকৰ ভৱিষ্যতে হেনো তাত ডাঙৰ ঘৰ বন্ধাৰ পৰিকল্পনা আছে, সেইকাৰণেই বৰ্ত্তমানৰ সৰু ঘৰটো তেওঁ মেৰামতো কৰোৱা নাছিল। অতি কম টকাতে ভাৰালৈ দি থৈছিল। সেই ঘৰটোৰ আগফালে মাটি, পাছফালে মাটি—মৰুতুল্য হৈ পৰি আছিল সেইবোৰ মাটি। সি থকা কালত সেই মাটিত আগফালে নগজিল এডাল ফুলৰ গছ, পাছফালে নগজিল এডাল লাই-পুলি। সেইবোৰ তাৰ কাৰণে একেবাৰে অকল্পনীয় কথা আছিল। আজি সেইকাৰণে এই সাধাৰণ কথা এটাতে তাজ্জব মানিলে বিজয়ে। এই ঘৰটোত তো আগৰ ঘৰৰ তুলনাত মাটি নাই বুলিবই পাৰি।

"কোৰখন ক'ত পালা?" বিজয়ে দ্বিতীয় প্ৰশ্নটো কৰিলে।

"ক'ত পাম আৰু। বজাৰৰপৰা কিনালোঁ। আপুনি যে আন কথা সুধিবলৈ এৰি প্ৰথমে কোৰৰ কথা হে সুধিছে—কোৰখন দেখি ভয় লাগিছে নেকি আপোনাৰ—কোৰ মাৰিব লাগিব বুলি? ভয় লাগিলেও কিন্তু উপায় নাই, কোৰ মাৰিব লাগিব আপুনিও। বাদলে অকলে নোৱাৰিব। তাৰোপৰি খেতিৰ দিনো প্ৰায় শেষ হৈ আহিবৰ হল—আনৰ ঘৰত লাইশাক, পালেংশাক খাই আমুৰাবৰে হল, আমি এতিয়া হে কোৰ মাৰিব ধৰিছোঁ। গতিকে ধুম্‌ধাম্ কোৰ নেমাৰিলে নচলিব।"

বিজয়ে দাঁত ঘঁহিব পাহৰিয়ে গল—হাতৰ ব্ৰাচ হাততে থাকিল—"তুমি পগলা হৈছা ইলা? মোৰ জীৱনৰ আধা-দিন গল এইবোৰ কাম নকৰোঁতে, এতিয়া তুমি মোক নতুনকৈ কোৰ মৰাব খুজিছা? চাওঁ—সেইবোৰ এৰি আহা এতিয়া, মোক চাহ দিয়াহি—" প্ৰায় বিৰক্তিতে যেন এইবাৰ খুব জোৰে জোৰে ব্ৰাচ মাৰি দাঁত ঘঁহিবলৈ ধৰিলে বিজয়ে।



ইলাই আৰু তেতিয়া একো নকলে—নিৰবে গৈ পাকঘৰত সোমাল।

কিন্তু সিদিনাই আবেলি অফিচৰপৰা আহি বিজয়ে দৃশ্য এটা দেখিলে। ইলাক ঘৰৰ ভিতৰত ক'তো নেদেখি পাকঘৰত আছে নেকি বুলি চাবলৈ গৈ বাৰাণ্ডাতে থমকি ৰল বিজয়।

"তুমি পগলা হৈছা ইলা?" বিজয়ে চিঞৰি উঠিল। নিচিঞৰি নোৱাৰিলে সি। কাৰণ সি দেখিলে কোৰখন লৈ তললৈ হাউলি ইলাই লাহে লাহে পুৱা বাদলে কোৰ মৰা মাটিবোৰত আকৌ কোৰ মাৰি আছে।

খুব যেন লাজ পাই গল ইলাই। কোৰখন তাতেই এৰি প্ৰায় দৌৰি আহিল ইলা।

"বাদল বজাৰলৈ গল, সোনকালে নপঠিয়ালে নচলে নহয়, জাৰকালিৰ ইমান চুটি দিন, অলপ পিছতেই গধূলি হৈ যাব। ইফালে খেতিৰ দিনো শেষ হৈ আহিব লাগিছে, খৰধৰকৈ কোৰ মাৰি শেষ নকৰিলেনো কেনেকৈ চলে। আৰু মোৰোতো এতিয়া তেনেকৈ কৰিবলগীয়া কাম একো নাছিল। পৰিশ্ৰমো হয় এনেয়ে বহি বহি থকাতকৈ। গাঁৱৰ ফালেতো একো একোজনী তিৰোতাই নিজেই বহুত খেতি কৰে।" গিৰিয়েকৰ আগত খুব অপ্ৰস্তুত হৈ পৰি যেন ইলাই বহুত কৈফিয়ৎ দিবলৈ ধৰিলে।

"তুমি সঁচাকৈয়ে পগলা হৈছা ইলা। বজাৰত শাক-পাচলিৰ ইমান আকাল হোৱা নাই নহয়, যে তুমি কোৰ মাৰি খেতি কৰি আমাক খুৱাব লাগিব—"

বিজয়ে আৰু কিবাকিবি কবলৈ ধৰিছিল, কিন্তু ইলাই মাজতে বাধা দি কৈ উঠিল—"অ' অকল খোৱাৰ বাবেই মানুহে শাক-পাচলিৰ খেতি কৰে নেকি—?"

"তেন্তে কিহৰ বাবে?" বিজয় অলপ অবাকেই হৈছিল।

"চোৱাৰ বাবেও—" ইলাই হাঁহি দিছিল—"ঘৰ এটাৰ আগফাল-পাছফাল এৰাবাৰীৰ দৰে বন-জঙ্গলেৰে ভৰি থাকিলে ভাল দেখি নে? গৃহস্থী ঘৰ এখনৰ বাৰীখনত দুই-এডাল শাক-পাচলি নেথাকিলে শোভা নেপায়। ৰাতিপুৱা শুই উঠি বাহিৰলৈ ওলাই আহি ঘাঁহ-বনেৰে ভৰি থকা বাৰীখন দেখিলে মোৰ মনটোৱে বেয়া লাগি যায়।"

ইয়াৰ পিছত বিজয়ে আৰু একো উচ্চ-বাচ্য নকৰিলে। অফিচৰপৰা আহি নোখোৱা-নেমেলাকৈ সেইবোৰ কথা চোবাবলৈ তাৰ ধৈৰ্য্যৰো অভাৱ ঘটিছিল। গতিকে লৰালৰিকৈ কাপোৰ-কানি সলাই আহি সি ইলাই যতনাই দিয়া চাহ-জলপান খোৱাত প্ৰবৃত্ত হল।

খাই উঠি বিজয় এনে এটা কামত লাগিলগৈ, যাৰ বাবে সি নিজেই আচৰিত হৈ গল। জীৱনত প্ৰায় প্ৰথমবাৰৰ কাৰণে সি কোৰ ধৰিলে। কিয় ধৰিলে, কিহে ধৰালে সি বুজিব নোৱাৰিলে।

সেয়ে আৰম্ভণি। ইয়াৰ পিছত বিজয়ৰ নিত্য-নৈমিত্তিক কৰ্ম্মই হল পুৱা-গধূলি বাগানৰ আপ-ডালত ব্যস্ত থকা। এমাহৰ মূৰত সিহঁতৰ ঘৰৰ আগফাল-পাছফালত কাৰোবাৰ হাতৰ সযত্ন পৰশৰ চিনেৰে সেউজীয়া পুলিবোৰে হাঁহিবলৈ ধৰিলে।

আৰু সেইফালে চাই চাই এদিন ইলাই সুধিলে—"নিজ হাতেৰে কৰা এই বাগান চাই চাই আপোনাৰ এতিয়া কেনে লাগিছে?"

"কেনে লাগিব আৰু। ভাল লাগিছে।" বিজয়ে সিদিনা সাধাৰণভাৱে উত্তৰ দিছিল ইলাক। কিন্তু ইলাৰ ক্ষেত্ৰত সেই ভাল লগা হলে বিজয়ৰ দৰে উপৰুৱা নাছিল। গছ-পুলি ৰুই, গুটি সিঁচি গজালিৰ জন্ম দি ইলাই যেন সৃষ্টিৰ অপূৰ্ব্ব আনন্দ লাভ কৰিছিল।



ইলাৰ হাতত কোৰ দেখি এদিন কিবা এক উত্তেজনাৰ বশৱৰ্ত্তী হৈ বিজয়ে হাতত কোৰ ললে, খেতি কৰিলে, আৰু সেই খেতি কৰা এদিন নিচাত পৰিণত হল। পঢ়াৰ নিচাৰ লগতে দ্বিতীয় নিচা যোগ হল সেই খেতি কৰা। কিন্তু ইলাৰ ৰাপ যেন নিচাতকৈও বেছি গভীৰ কিবা আছিল। বাগানখনক যেন ইলাই নিজৰ কোনোবা আপোন মানুহক মৰম কৰাদি মৰম কৰিছিল। যেতিয়াই শাক-পাচলি বা ফুলবোৰৰ মাজলৈ যায় ইলা, এবাৰ নহয় এবাৰ তাই পাত এখিলা বা ফুল এটাক হাতেৰে আলফুলকৈ চুই মৰম কৰিবই।

কিমান দিনেই বা সিহঁত সেই ঘৰটোত আছিল, এটা বছৰ মাত্ৰ। কিন্তু সেই এটা বছৰতে সিহঁতে ঘৰটোৰ আগফালে-পাছফালে দুখন চিৰস্থায়ী বাগান কৰি থৈ আহিল। আগফালৰ ফুলনিত ৰোৱা গোলাপ আৰু জবাফুলৰ গছকেইডাল আজিও হয়তো আছে, আৰু পাছফালে ৰোৱা বগৰী, জলফাই, আমলখি, আম, কঁঠাল আদি ফলৰ গছবোৰৰ ফল বোধহয় সেই ঘৰৰ লৰা-ছোৱালীবোৰে এতিয়াও খাই আছে। বিজয় ভঁৰালীয়ে কল্পনাৰ চকুৰে চাবৰ চেষ্টা কৰিলে এখন সমৃদ্ধ বাগানৰ ৰূপ—য'ত ফুলৰ গছবোৰ সুশোভিত হৈ আছে সুগন্ধি দেশী ফুলেৰে, আৰু ফলৰ গছবোৰ দোঁ খাই আছে নানা সুমিষ্ট ফলৰ ভৰেৰে। কিন্তু সেই কল্পনা লগে লগেই থামি গল বিজয় ভঁৰালীৰ। গুৱাহাটী চহৰত এতিয়াও জানো কোনোবাই ইমানবোৰ মাটি ফলৰ গছ আৰু ফুলৰ গছেৰে ভৰাই অপচয় কৰিব পাৰে? এখন ফলৰ বাগানৰ ঠাইত এটা ঘৰ বান্ধি ভাৰা দিলে মাহে কিমান আয় বাঢ়িব—কমলাই বোধহয় খুব ভালকৈ কব পাৰিব। হঠাৎ কমলাৰ কথা মনলৈ আহি গল কথাষাৰ ভাবি ঠিক শেষ কৰাৰ লগতে, যেন আন কোনোবাই কোৱা কথা এষাৰৰ লগত বিজয় ভঁৰালীয়ে কমলাৰ

কথাটো কৈ যোগ কৰি দিলে। তেওঁৰ ওঁঠত পাতল ম্লান হাঁহিৰ ঢউ খেলি গল। এৰা, কমলাই বোধহয় হিচাপটো খুব ভালকৈ জানিব। কিন্তু ইলাই বোধহয় নেজানিলেহেঁতেন, অকল তেতিয়াৰ যুগৰ ছোৱালী বুলিয়েই নহয়, এতিয়াৰ যুগতো ইলাই এই হিচাপ নেজানিলেহেঁতেন। লাভৰ হিচাপত কাম কৰিবলৈ তো কোনোদিন নিশিকিলে ইলাই। যিটো ঘৰত এটা বছৰতকৈ বেছি দিন থকা নাছিল, সেই ঘৰটোতনো ইমানবোৰ ফুলৰ গছ, ফলৰ গছ ৰুবলৈ কি দৰকাৰ আছিল ইলাৰ। কত ঠাইৰপৰাই যে পুলি আৰু গুটি সংগ্ৰহ কৰি অনা নাছিল ইলাই। দেউতাকৰ ঘৰত থকা গোলাপ, জবা আদি ফুলৰ গছৰ ডাল আনি ৰোৱাৰ উপৰিও বন্ধু-বান্ধৱ যাবে ঘৰত যিমান ধৰণৰ গছ দেখিছিল, সম্ভৱ হলে সেইবোৰৰ ডাল, পুলি, গুটি ননাকৈ নেৰিছিল ইলাই। ইলাৰ বিয়াৰ পিছতেই মোমায়েকৰ জীয়েকৰ বিয়াও হৈছিল, আৰু গুৱাহাটীৰ পৰা বহুত দূৰৈৰ ঠাইৰ বিয়া বুলিও ইলাই হেপাহ কৰাত ইলাৰ মাক-দেউতাকহঁতৰ লগত তাইকো বিজয়ে যাবলৈ দিছিল। নিজে যাব নোৱাৰিলে, ছুটী নাই। নিজৰ বিয়াতে অফিচৰপৰা পোৱা ছুটীৰ দিনবোৰ খৰচ হৈ গৈছিল। সেইখন বিয়াৰপৰা চাৰি-পাঁচ দিনৰ ভিতৰতে ইলাহঁত উভতিছিল, আৰু ঘৰ পোৱাৰ কিছু পিছতেই বিজয়ৰ লগত ইটো-সিটো দুই-এটা কথা পতাৰ পিছতেই ইলাই বাদলক নিৰ্দ্দেশ দিছিল—"বাদল, বেগটোৰপৰা বস্তুবোৰ উলিয়াওঁতে কাগজৰ টোপোলাটো সাৱধানে উলিয়াবি দেই, তাত কেইডালমান গছৰ পুলি আছে।" তাৰপিছত বিজয়ৰ ফালে তৃপ্তিভৰা হাঁহিৰে চাই তাই কৈছিল—"আমাৰ মোমাইদেউৰ যে ফুলৰ বাগানৰ প্ৰতি ইমান চখ, তেওঁৰ বাগানত নোহোৱা ফুলৰ গছ প্ৰায় নায়েই। ময়ো কেইডালমান আপুৰুগীয়া গছ-পুলি লৈ আহিছোঁ মোমাইদেউক খুজি।"



অতদিনে ইলাৰ বাগানৰ কোনো কামতে বিজয়ে মাত মতা নাছিল, কতজনৰ কত ধৰণৰ 'হবি' থাকে, ইলাৰ 'হবি' বুজা গল বাগানত, তাত বিজয়ৰ কবৰ কি আছে। কিন্তু সেইদিনা আৰু মনে মনে থাকিব পৰা নাছিল সি। সকলোৰে এটা সীমা আছে—অত দূৰৰ চহৰ এখনলৈ ভনীয়েকৰ বিয়া খাবলৈ গৈ এসোপা গছ-বন কঢ়িয়াই অনা দৃশ্যটোত তালৈ যোৱা আন আত্মীয়-স্বজনবোৰে বাৰু ইলাক কি ভাবিছে?

"বাৰু ইলা, তুমি যে এই ঘৰটোৰ চাৰিওফালে ইমানবোৰ গছ ৰুইছা, বাগান কৰিছা, কাৰ কাৰণে? জানাই তো আমাৰ বদলীৰ চাকৰি, দুদিন পিছতেই এই ঘৰ এৰি, এই চহৰ এৰি আমি আন ঠাইলৈ গুচি যাব লাগিব, তেতিয়া এই ফুলৰ শোভাই বা চাব কোনে, এই গছৰ ফলেই বা খাব কোনে?"

"আপোনাৰো যে আৰু কথা"—ইলা যেন বিজয়ৰ কথাত খুব আচৰিত হৈ গৈছিল—"মানুহে যি কোনো কাম কৰোঁতে অকল নিজৰ কথা ভাবিয়ে কৰিব লাগে নেকি? আমাৰ দেউতাই হলে সদায় কয়—'সুবিধা পালেই আমি পৰোপকাৰ কৰিব লাগে।' আপোনালোকে স্কুলৰ সাহিত্য কিতাপ এখনত বুঢ়াই গুটি ৰোৱাৰ গল্পটো পঢ়া নাছিল নে? বুঢ়াই গুটি ৰুইছিল—নিজে খাব নেপালেও এদিন নাতি-পৰিনাতিহঁতে খাব পাব বুলিয়ে। আমি ইয়াৰপৰা গুচি গলেও সেই একেদৰেই আমাৰ পিছত অহা মানুহবোৰে আমি ৰোৱা গছ-গছনিবোৰৰ ফল ভোগ কৰিব পাৰিব নহয়!"

ইলাৰ এই কথাৰ পিছত বিজয়ে আৰু একো মাত মতা নাছিল। এতিয়া সেই স্মৃতিবোৰ ৰোমন্থন কৰি কৰি বিজয় ভঁৰালীয়ে ভাবিলে—'ইলাই তো বেছি পঢ়া-শুনা কৰা নাছিল, কিন্তু কথা-বতৰাৰ মাজত যেতিয়াই সুবিধা পায় তেতিয়াই তাই পঢ়া কিতাপবোৰৰ কিবা নহয় কিবা এটা উদাহৰণ দাঙি ধৰিছিল। যি

অলপ পঢ়িছিল, তাকেই বোধহয় ইলাই তাইৰ সমগ্ৰ সত্তাৰে আপোন কৰি লৈছিল। আজি জীৱনৰ প্ৰায় শেষ সীমাত উপনীত হৈ বিজয় ভঁৰালীৰ মনত প্ৰশ্ন জাগে—'শিক্ষাৰ প্ৰকৃত অৰ্থ বাৰু কি? জীৱনৰ লগত নহয়—অকল জীৱিকাৰ লগত সম্বন্ধ যি শিক্ষাৰ, সেই শিক্ষাই মানুহৰ জীৱনক কিমানখিনি কি দিব পাৰে?' ইলাতকৈ কমলা কিমান বেছি শিক্ষিতা—কিন্তু ইলাই নিজৰ সামান্য শিক্ষাৰে জীৱনটোক যেনেদৰে গঢ়ি তুলিছিল, তাতকৈ হেজাৰগুণ বেছি শিক্ষা পায়ো কমলাই কিয় জীৱনৰ কোনো এটা কথাতে সেই শিক্ষাৰ আদৰ্শ নেদেখুৱাই কেৱল জীৱিকাৰ ঠেক গণ্ডীতে শিক্ষাৰ মহত্ত্বক বন্দী কৰি ৰাখিলে। কিন্তু কমলাই জানো সেই কথা বুজিব পাৰিব কেতিয়াবা? কমলাৰ দৃঢ় ধাৰণা যে চাকৰি নকৰিলে ইমানখিনি লেখা-পঢ়া অথলে যাব, অথচ আচৰিত কথা এয়ে যে ইমানখিনি শিক্ষা পোৱা কমলাক তেওঁ কোনোদিন ঘৰত ভাল কিতাপ এখন পঢ়ি, শিক্ষাৰ চৰ্চাতো ৰখা নেদেখিলে—কিন্তু অলপ শিক্ষিতা ইলাই ঘৰত বহি বহি কিমান কিতাপ পঢ়িছিল। কেনেকৈ কিতাপৰ কথাবোৰ জীৱনৰ লগত ওতপ্ৰোতভাৱে সোমাই লব পাৰিছিল, আৰু তাৰবাবেই বোধহয় তেওঁৰ জীৱনটো ইলাই ইমান বৰ্ণাঢ্য, ইমান সজীৱ কৰি ৰাখিব পাৰিছিল।

ইলাৰ সেই বৈশিষ্ট্যৰ বাবেই বোধহয় ঘৰ এটা বন্ধাৰ স্বপ্নত এদিন সিহঁত দুয়ো ইমান বেছি মচগুল হৈ থাকিব পাৰিছিল।

বিয়াৰ চাৰি মাহৰ পিছত ইলাই এদিন বিজয়ক খুব অবাক কৰি দিলে।

"এই টকা শ লওকচোন।" অফিচলৈ যাবলৈ ওলোৱা বিজয়ৰ ফালে এশ টকাৰ খুচুৰা নোট এজাপ আগবঢ়াই দি ইলাই কৈছিল। তাইৰ চকু-মুখ উদ্ভাসিত হৈ উঠিছিল—বিজয়ক আচৰিত মনাই দিব পৰাৰ মধুৰ আনন্দৰ গোপন হাঁহিত।



"টকা? কিহৰ টকা?" ইলাই ভবা ধৰণেই আচৰিত হৈছিল বিজয়।

"ইমান দিন যে মোৰ লগত ঘৰ এটা বন্ধাৰ ইমান জল্পনা-কল্পনা কৰিলে, মাটি নহলে সেই ঘৰ ক'ত বান্ধিব? সেইবাবে মাটি এডোখৰৰ বাবে এয়া মই অলপ অলপকৈ টকা সাঁচাৰ ফল।

এবাৰ ক'ৰবাত এটা গল্পত চোৰ এটাৰ কথা পঢ়িছিলোঁ—সি কিবা এটা ভাল কাম কৰি আহি ঘৈণীয়েকক কৈছিল যে সি সিদিনা নিজৰ বিষয়ে কথা এটা আবিষ্কাৰ কৰিলে: কথাটো হল যে চোৰ কৰাৰ দৰে জঘন্য কাম কৰা এটা বেয়া মানুহ হলেও আচলতে সি সিমান বেয়া নহয়। আজি এই জমোৱা এশ টকা বাকচৰপৰা উলিয়াই সেই চোৰটোৰ দৰেই ময়ো নিজৰ বিষয়ে কি এটা অভাৱনীয় সত্য আবিষ্কাৰ কৰিলোঁ জানে নে?"

"কি?" প্ৰথমৰপৰা সিমান পৰলৈকে ঘৈণীয়েকে বিজয়ক কেৱল আচৰিতেই কৰি ৰাখিছিল।

—"যে মই মানুহজনী আপুনি সদায় কৈ থকাৰ দৰে বেহিচাপী অসাংসাৰিক হলেও অলপ হিচাপীও—"

এইবাৰ বিজয়ে হাঁহি দিছিল। তাৰপিছত ঘৈণীয়েকৰ ফালে মৰমেৰে চাই কৈছিল—"তোমাক মই কিহৰ কাৰণে বেহিচাপী বুলি কওঁ তুমিতো জানাই। নিজৰ কাৰণে তুমি একো এটা লবলৈ ইচ্ছা নকৰা। আন কত মাইকী মানুহে কেৱল নিজৰ কাপোৰ-কানি লোৱাৰ হেপাহতে থাকে, কিন্তু তোমাৰ দেখিছোঁ সেইবোৰলৈ বেছি ৰাপেই নাই। তুমি কেৱল ব্যস্ত আলহী-অতিথিক সোধ-পোছ কৰাত। মোৰ বন্ধু-বান্ধৱসকলক তুমি যেন নেখালেও খুৱাবা। সেইখিনি টকা ৰাহি কৰি তুমি যদি কেতিয়াবা নিজৰ কাৰণে কিবা এটা ললাহেঁতেন। মোৰ বন্ধুসকলক তুমি অভ্যৰ্থনা

কৰাত অৱশ্যে মই ভালেই পাওঁ, আগতে মই অকলে থাকোঁতে বেচেৰাইঁতে কেতিয়াবা শুদা চাহ একাপো নেপাইছিল। কিন্তু তুমি এতিয়া সিহঁতক অকল চাহেই নহয় 'তাহো' ইমান বেছি খুওৱা যে তাৰ ফলত মোৰ বন্ধুৰ সংখ্যা এতিয়া আগতকৈ বহুত বাঢ়ি গৈছে। সেই খৰচ যদি অলপ পৰিমাণে কমাই তুমি কেতিয়াবা নিজৰ কাৰণে কিবা এটা খুজি ললাহেঁতেন। মই নিজে নিদিলে কোনোদিন কোনো এটা বস্তু তুমি মোক খুজি নোলোৱা—"

এইবাৰ ইলাই বিজয়ৰ কথাৰ মাজত বাধা দি উঠিল—"আপুনি যে এই কথাটো সদায় কিয় কয়। মইনো বাৰু কিহৰ অভাৱত আছোঁ যে হোৱাই-নোহোৱাই কাপোৰ-গহনা এসোপা লম। আৰু চাওক—আপুনি নিজে মনে মনে যিটো কথা ভাল পায়, কেৱল মোৰ কথা ভাবিয়ে তাক বেয়া পাবলৈ নিজক বাধ্য কৰিছে। ইমান দিনে আপোনাৰ ঘৰ এখন নাছিল, য'লৈ বন্ধু-বান্ধৱক নিমন্ত্ৰণ কৰি খুৱাব-ধুৱাব পাৰে। সঁচাই-মিছাই আমাৰ সৰু ঘৰ এখন এতিয়া হৈছে, সেই ঘৰলৈ বুলি মানুহ-দুনুহ আহিছে—আপুনি তাত মনে মনে সন্তোষ পালেও নিজৰ মনকে অস্বীকাৰ কৰিব খুজিছে। আৰু চাওক—নিজক সজোৱাৰ ইমান সস্তা অথচ ইমান মূল্যৱান বস্তু এটা থকাত এসোপা কাপোৰ-গহনাত কিয় টকাবোৰ খৰচ কৰিব লাগে ?"

"সস্তা অথচ মূল্যৱান ? কি অদ্ভুত বস্তু হে সেইটো ?" আকৌ আচৰিত হৈছিল বিজয়।

"এয়া—" কপালৰ আৰু শিৰৰ সেন্দুৰৰ ফোটটোলৈ আঙুলি টোৱালে ইলাই। পৱিত্ৰ ৰহস্যময় হাঁহিৰে মুখখন উপচি গল।

এক মুহূৰ্ত্তমান স্তব্ধ হৈ ইলাৰ মুখলৈ চাই ৰল বিজয়। লাহে লাহে তাৰ চকুহাল মুগ্ধ আৱেশেৰে কুমলি আহিল। সঁচা। এই



সেন্দুৰৰ ফোটটোৱে ইলাক যিমান শুৱায়, আন কোনো তিৰোতাকে বোধহয় ইমান নুশুৱায়—অন্ততঃ এইটোৱে বিজয়ৰ ধাৰণা।

তথাপি বিজয়ে আকৌ একে কথাকে দোহাৰিলে—"ভাবিছিলোঁ—'শাৰী-গহনা-গাড়ী'ৰ কামনা সকলো মাইকী মানুহৰে কম-বেছি পৰিমাণে আছেই। কিন্তু তুমি যে কিয় ইয়াৰ ব্যতিক্ৰম হলা—" ইয়াৰ বেছি আৰু একো কব নোৱাৰিলে বিজয়ে, কিন্তু মনতে ভাবিলে, ইলাৰ কাপোৰ-গহনাৰ প্ৰতি সঁচাকৈয়ে হেপাহ নাই নে আনফালে বেছি খৰচ কৰে কাৰণেই এইবোৰ বস্তুৰ নামকে লবৰ ইচ্ছা নকৰে ? সিহঁত দুটা প্ৰাণীৰ ঘৰখনত ইলাই জানো কম মানুহ সামৰি লৈছে ইতিমধ্যে তাই চুবুৰিটোৰ কাৰোবাৰ নবৌ, কাৰোবাৰ বাইদেউ, কাৰোবাৰ মামী, কাৰোবাৰ বা সৰু ভনীয়েকেই হৈ পৰিছে। সিহঁতৰ সৰু ঘৰখন এখন একান্নবৰ্ত্তী পৰিবাৰৰ ঘৰৰ দৰেই যেন বৃহৎ হৈ পৰিছে। ফলত আজি কাৰোবাৰ লৰা জন্ম হৈছে, লগে লগে অফিচলৈ যাবৰ সময়ত ইলাই আহি কব—লৰাটো আজি চাবলৈ যাব লাগিব, অফিচৰপৰা আহিবৰ সময়ত যেন বিজয়ে উপহাৰ দিবলৈ কাপোৰ এটুকুৰা, বেবী পাউডাৰৰ টেমা এটা কিনি লৈ আহে। এদিন বা আকৌ কাৰোবাৰ ছোৱালীৰ বিয়া হব বুলিয়ে বিজয়ে বাদলক নপঠাই নিজেই ভালকৈ বজাৰ কৰি আনিব লাগিব, কাৰণ ছোৱালীজনীক ভনীয়েকৰ লগত ভাত খাবলৈ মাতিব লাগিব। কেতিয়াবা আকৌ ইলাই পাতি লোৱা মাহীয়েক এগৰাকীৰে বেমাৰ হব, তেতিয়াও বিজয়ে বজাৰৰপৰা কিবাকিবি ফল-মূল কিনি আনি দিব লাগিব, শুদা হাতে কেতিয়াও ইলাই বেমাৰীৰ খবৰ লবলৈ নেযায়। আৰু যদি কেতিয়াবা কাৰোবাৰ বিয়া, অন্নপ্ৰাশন বা জন্মদিনৰ নিমন্ত্ৰণ থাকে তেতিয়াতো কথাই নাই, ভালৰো ভাল উপহাৰটোকে ইলাই দিব। লগতে কৈফিয়ৎ হিচাপে বিজয়ক কব—বিয়া বা অন্নপ্ৰাশন,

এইবোৰতো সদায় হোৱা ঘটনা নহয়, গতিকে কেতিয়াও পালমাৰি সাধাৰণ বস্তু দিয়া উচিত নহয়। লগতে দেউতাকে কোৱা কথা এষাৰো আওৱাব যে 'মানুহ তো কেতিয়াও ধনেৰে ডাঙৰ নহয়, মনেৰে হে প্ৰকৃত ডাঙৰ হব পাৰি।'

এই সকলোবোৰ নিৰৱ দৰ্শকৰ দৰেই চাই আহি আছে বিজয়ে। ইলাৰ কোনো ইচ্ছাতে কোনোদিন হকা-বধা কৰা নাই সি। বৰং এইবোৰৰ মাজত এটা ডাঙৰ সান্ত্বনাকে বিচাৰি পাইছে। সি যিখন ঘৰৰপৰা ইলাক বঞ্চিত কৰি ৰাখিবলগীয়া হৈছে, সেইখন ঘৰৰ অনাস্বাদিত আত্মীয়তাৰ মৰমবোৰ এনে কিছুমান কৃত্রিম সম্বন্ধ গঢ়িয়ে ইলাই যেন পাবলৈ আৰু দিবলৈ চেষ্টা কৰিছে। কিন্তু তথাপি মাজে মাজে বিজয়ে নেভাবি নোৱাৰে যে ইমানবোৰ পাতি লোৱা আপোন মানুহক মৰম বিলাই বিলাই ইলা যেন নিজৰ সম্বন্ধে একেবাৰে উদাসীন হৈ আছে। অৱশ্যে এটা কথাত ইলা খুব সচেতন—বিজয়ৰ সকলো ধৰণৰ সা-সুবিধাৰ প্ৰতি তাইৰ সদায়ে সজাগ দৃষ্টি। ইমানবোৰ নকল দেওৰ-ননদ, ভাই-ভনী, মাহী-পেহীৰ প্ৰতি কৰ্ত্তব্য কৰিবলৈ গলেও বিজয়ৰ আল্-পৈচান ধৰাত কেতিয়াও কোনোদিন ত্ৰুটি হোৱা নাই। বাদল থাকিলেও বেছিভাগ দিন ইলাই নিজ হাতেৰে চাহ কৰি, ভাত ৰান্ধি বিজয়ক খুৱায়। ঘৰত বোধহয় ইলাই কোনোদিন ৰন্ধা-বঢ়া কৰা নাছিল। মাক-দেউতাকৰ একেজনী ছোৱালী, মৰমতে হয়তো কোনো কাম-বন কৰিবলৈ দিয়া নাছিল, গতিকে ইলাৰ ৰন্ধন-পটুতা একেবাৰে নাছিল। এনেকি বাদলেও ইলাতকৈ বেছি ভালকৈ ৰান্ধি খুৱাইছিল তেওঁক। কিন্তু ইলাৰ বিজয়ক নিজে ৰান্ধি-বাঢ়ি খুউৱাৰ হেপাহ দেখিয়েই এদিনো তেওঁ খাবৰ সময়ত ৰন্ধা বেয়া হৈছে বুলি কৈ নেপালে। তেওঁ খাবৰ সময়ত আল্-পৈচান ধৰি ওচৰত বৈ থকা ইলাৰ আগত মুখত তৃপ্তিৰ ভাব দেখুৱায়েই সদায় খাই গৈছিল। সেই অভ্যাসটো থাকিয়ে



গল সদায়। কোনোদিন কাৰো ৰন্ধা-বঢ়াত তেওঁ আৰু খুঁত ধৰি নেপালে।

কিন্তু ইমানখিনি টকা সঁচাকৈয়ে ইলাই কেনেকৈ সাঁচিব পাৰিলে ?

"মোৰ কিন্তু বৰ আচৰিত লাগিছে, ইলা! ইমানবোৰ টকা তুমি এইকেইদিনতে কেনেকৈ জমালা বাৰু ?"

এটা আত্মপ্ৰসাদৰ হাঁহি মাৰিলে ইলাই। "আপুনি মোৰ বিষয়ে যে এটা ভুল ধাৰণা লৈ আছে অতদিনে, এতিয়া বুজিলে নহয় ? কাপোৰ বা গাড়ী এখনৰ হেপাহ মোৰো আছে, কিন্তু মোৰ সকলোতকৈ ডাঙৰ হেপাহ হল নিজৰ ঘৰ এটাৰ হে। দিনটোত কতবাৰ যে মই আমাৰ নিজা ঘৰ এখনৰ কল্পনা নকৰোঁ! বিশেষকৈ শাক-পাচলি আৰু ফুলৰ গছবোৰ আপ-ডাল কৰিবৰ সময়ত সেই কল্পনা খুব বেছিকৈ কৰোঁ—আমাৰ ঘৰৰ বাগানত মই কি কি ফুল ৰুম, বাৰীৰ পাছফালে কি কি ফলৰ গছ লগাম—এইবোৰ নানা কথা। তাৰোপৰি আমি থকা ঘৰটোৰ অসুবিধাবোৰৰ কাৰণেও আমাৰ ঘৰটোৰ কথা মনলৈ আহি থাকে। নিজে ঘৰ সাজিলে সকলো সুবিধা কৰি লম।"

ইলাৰ কথা শুনিবলৈ বিজয়ৰ কিন্তু সময় নাছিল, অফিচৰ সময় প্ৰায় উকলি যাবলগীয়া হৈছিল, গতিকে লৰালৰিকৈ ইলাৰ হাতৰপৰা টকা শ লৈ সি অফিচলৈ বেগাই খোজ লৈছিল।

বাটত ওলাই নিজক অকলে পালে বিজয়ে। তেতিয়া হে ইলাই জমোৱা টকা শৰ কথা ভাবিবলৈ তাৰ মনে আজৰি পালে। ভাবি ভাবি তাৰ মনটো ইলাৰ প্ৰতি মৰম আৰু সহানুভূতিত গধুৰ হৈ গল। ঘৰ এখনৰ প্ৰতি ইমান আকলুৱা অন্তৰৰ ছোৱালীজনীয়ে বঞ্চিত হৈ ৰল নিজৰ ঘৰখনৰপৰাই। জীৱনৰ কোনোবাখিনিত যেন এটা পৰিহাস নিহিত হৈ আছে। দুহাতেৰে টকা-পইচা খৰচ

কৰাৰ অভ্যাসত চলা ছোৱালীজনীৰ, এই এশ টকা জমোৱাৰ মূলতে ঘৰ এটাৰ প্ৰতি থকা উদগ্ৰ হেপাহৰ পৰিচয় পাই বিজয় অভিভূত হৈ গল। জেপত থকা টকা এশত সি এবাৰ মৰমেৰে হাত বুলালে, আৰু লগে লগে নিজৰ আৱেগৰ প্ৰকাশত নিজৰে মুখত মিচিকিয়া হাঁহি খেলি গল।

ছমাহত এশ টকা জমালেও পিছৰ এটা বছৰতো কিন্তু ইলাই আশী টকাতকৈ বেছি জমাব নোৱাৰিলে। কাৰণ ইতিমধ্যে সিহঁতৰ মাজলৈ পোনা আহিল। সেইবাৰ ভালেখিনি টকা খৰচ হৈ গল। সেই টকা খৰচ হল অকল পোনাই এই পৃথিবীৰ পোহৰ দেখিলে বুলিয়ে নহয়, এই পৃথিবীৰ পোহৰ তাৰ মাকলৈ বুলি চিৰদিনলৈ নুমাই যাব ধৰিছিল তাৰ জন্মৰ সময়ত। বিজয় প্ৰায় বলিয়াৰ দৰে হৈ দুহাতেৰে টকা-পইচা ছটিয়াই ডাক্তৰ-কবিৰাজ লগাই সেইবাৰ ইলাক বচালে। মাটিলৈ সাঁচা টকাও কিছু খৰচ হৈ গল। ভাল হৈ উঠাৰ পিছত ইলাই যেতিয়া গম পালে যে তাই ইমান কষ্ট কৰি ঘৰ-মাটিৰ কাৰণে সাঁচা টকাতো হাত পৰিল, তাইৰ চকু চলচলীয়া হৈ গল—ক'ত জমোৱা টকা বাঢ়ি যাব টুটি হে গল দেখোন। ইলাৰ দুখ দেখি বিজয়ৰ নিজকে অপৰাধীৰ দৰে লাগিছিল, তথাপি মুখত হাঁহি ফুটাই সি ইলাক সান্ত্বনা দিবৰ চেষ্টা কৰিছিল—"ঘৰ-মাটিৰ টকা খৰচ কৰা বাবে তোমাৰ দুখ লাগিছে ইলা, কিন্তু মোৰ সেই সময়ৰ অৱস্থা ভাবাচোন, পোনাৰ জন্মৰ সময়ত খৰচ কৰিবলৈ সাঁচতীয়া টকাবোৰ খৰচ হৈ গল। দুই-এজন বন্ধু-বান্ধৱৰপৰা কিছু টকা ধাৰো কৰিলোঁ। তোমাৰ দেউতাৰাই নানা বস্তু-বাহানি পঠিয়াই পঠিয়াই আওপাকেৰে মোক বহুত সহায় কৰিলে, পোনাকো সোণৰ হাৰ দিলে। মইতো কেতিয়াও তোমাৰ দেউতাৰাৰ ওচৰত, ইমানবোৰ পোৱাৰ পিছত আকৌ টকাৰ কথা উলিয়াব নোৱাৰোঁ, এনেকি তেখেতে মোক নিজে সুধিছিলও—টকা-পইচাৰ দৰকাৰ হব নেকি



বুলি। মই সঁচা কথাই কলোঁ যে নেলাগে, তুমি জমোৱা টকা অলপ আছে।" তাৰপিছত বিজয়ে ৰসিকতা কৰিবৰ চেষ্টা কৰি কলে— "ঘৰ-মাটিৰে কি হব ইলা, যদি হে সেই ঘৰৰ ঘৰিণীয়েই মোক এৰি গুচি গলহেঁতেন ?"

কথাকেইটা কৈ উঠিয়ে কিন্তু বিজয়ে সিদিনা অনুতাপ কৰি পেলাইছিল। সময়ে সময়ে তাৰ যে কি অশালীন আগ-পাছ নুগুণা ৰসিকতাবোৰ মুখেৰে ওলাই আহে। ইলাৰ মৃত্যুক লৈ পৰ্য্যন্ত ধেমালি কৰিব পাৰিলে সি, অথচ এই মৃত্যুৰে ছাঁ দেখি সি আৰু ইলাই পোনাৰ জন্মৰ আগৰ দিনকেইটাৰ কত ৰাতি দুশ্চিন্তাৰ মাজত আধা-টোপনি ক্ষতি কৰি কি সাঙ্ঘাতিকভাৱে সময় যে কটোৱা নাছিল! আন বহুতো দম্পতিৰ দৰে সিহঁতেও অনাগত শিশু লৰা হব নে ছোৱালী হব, লৰা হলে কি নাম থব, ছোৱালী হলে কি নাম থব—এইবোৰ জল্পনা-কল্পনাৰ আনন্দৰ সৌভাগ্যৰপৰা বঞ্চিত হৈ ৰব লগা হৈছিল। কাৰণ পোনা সিহঁতৰ মাজলৈ আহিব বুলি গম পোৱাৰ দিনাৰেপৰা ইলা নানা অসুখত ভুগিবলৈ আৰম্ভ কৰিছিল। সকলোতকৈ ডাঙৰ যিটো কথাই ডাক্তৰ আৰু বিজয়হঁতক ভয় খুৱাইছিল, সেইটো হল ইলাৰ ক্ৰমাৎ বাঢ়ি অহা ৰক্তশূন্যতা। বহুত দৰব-পথ্য খুৱাই খুৱাই হে শেষ পৰ্য্যন্ত ইলাক বচাব পৰা গৈছিল। মাকহঁতে ইলাক লগত ৰাখিব খুজিছিল যদিও, ইলা নিজেই অসন্মত হল। সেই অসন্মতি প্ৰকাশ কৰি তাই মাকহঁতৰ আগত মনে মনে অতি লাজ পাইছিল, কিন্তু বিজয়ৰ কথা ভাবিয়ে তাই মাকৰ ঘৰলৈ যাবলৈ ৰাজী হোৱা নাছিল। তাই দূৰত থাকিলে প্ৰতিটো ৰাতি চিন্তাত বিজয়ৰ নেযাই-নুপুৱায় যেন লাগিব। ভয়ৰ সময়ত এই বিচ্ছেদ যে কিমান ভয়ঙ্কৰ তাই জানিছিল। সেয়ে মাকৰ ঘৰত থাকিলে তাইৰ বহুত সুবিধা হব বুলি ভালকৈ জানিও তাই নগল। এনেকি বিজয়েও তাইক বহুত জোৰ কৰিছিল মাকৰ ওচৰত থকা

কথা লৈ। কিন্তু তাই শেষলৈকে নিজৰ মতত অচল-অটল হৈ ৰল। অগত্যা পোনাৰ জন্মৰ কেইটামান দিন আগৰপৰা মাক আহি সিহঁতৰ লগত থাকিছিলহি।

মৃত্যুৰ লগত বিজয়ৰ তেতিয়ালৈকে প্ৰায় কোনো পৰিচয়ে নাছিল। সি একেবাৰে সৰু হৈ থাকোঁতে হেনো তাৰ বায়েক এজনী ঢুকাইছিল। সেই কথা তাৰ মনত নপৰে। তাৰপিছত সিহঁতৰ ঘৰৰ কাৰো মৃত্যু হোৱা নাই। ইফালে অলপ ডাঙৰ হোৱাৰ পিছৰেপৰা তাৰ স্বভাৱে কিতাপ-পত্ৰৰ মাজত ডুবি থাকি এনে এটা গঢ় ললে যে তাৰ তেতিয়াৰ গাঁৱৰ সৰু সমাজখনৰ লগতো কোনো সম্বন্ধ নোহোৱা হৈ গল। গাঁৱৰ ৰাজহুৱা কোনো কামত সি কোনোদিন যোগ দি নেপালে। তাৰ স্বভাৱক স্বীকাৰ কৰিয়ে ঘৰৰ বা গাঁৱৰো কোনো মানুহে তাক কোনো কামলৈ মতা নাছিল। সেইবাবে গাঁৱত কোনোবা ঢুকালে শশ্মানলৈ নিয়াৰ সময়ত তাক কোনেও লগ নধৰে। সেইবোৰ কামত সদায় তাৰ ককায়েকেই ভাগ লয়। সেইদৰেই সি স্কুলীয়া জীৱনটো পাৰ কৰি আহিল। কলেজত পঢ়া দিনতো সি কোনোদিন কোনো বন্ধু-বান্ধৱ বা আত্মীয়-পৰিজনৰ মৃত্যুৰ বাতৰি শুনিবলগীয়া হোৱাৰ দুৰ্ভাগ্যৰ সন্মুখীন হোৱা নাই। মৃত্যুৰ লগত তাৰ পৰিচয় একমাত্ৰ কিতাপৰ যোগেদি। কিন্তু সেই পৰিচয়ো আছিল অতি উপকৰা। বহুতো চিন্তাশীল মানুহৰ চিন্তা-ৰাজ্যত মৃত্যুয়ে এটা বিশেষ স্থান জুৰি থাকে। জীৱনৰ লগত এটা এৰাব নোৱাৰা সঙ্গী হৈ বাস কৰে এই মৃত্যু চেতনাটো—কিন্তু বিজয় আন বহুতো মানুহতকৈ গভীৰ চিন্তাৰ মানুহ হলেও মৃত্যুক লৈ কোনোদিন বিশেষ একো ভবা-চিন্তা কৰা নাছিল। জীৱনত প্ৰথমবাৰৰ কাৰণে ইলাই হে কেৱল তাক মৃত্যুৰ সম্বন্ধে সচেতন কৰি তুলিলে। পোনাৰ জন্মৰ আগৰ কালডোখৰত ইলাই তাক



প্ৰায়ে কৈছিল যে তাই আৰু বেছিদিন জীয়াই নেথাকে। সংসাৰত মায়াৰ বান্ধোন কটকটীয়া কৰিবলৈ গৈ তাই মায়াৰ বান্ধোন ছিঙিব হে ওলাইছে।

সঁচাকৈয়ে বৰ অসুখত ভুগিলে ইলাই। কত ৰাতি যে তাই ছটফট্ কৰি উজাগৰে কটালে। প্ৰথম অৱস্থাত বতৰ জুৰ আছিল, কিন্তু লাহে লাহে গৰম পৰি আহিছিল, আৰু তাৰ লগে লগে ইলাৰ টোপনিও কমি আহিছিল, ছটফটনিও বাঢ়ি আহিছিল। সেইবোৰ ৰাতিত ইলাই কিছুপৰ বিচনাত ইকাতি-সিকাতি কৰি থাকি শেষত আগফালৰ বাৰাণ্ডালৈ ওলাই গৈছিল অলপ জুৰণিৰ আশাত। ইলাৰ লগতে বিজয়ৰো টোপনি অহা নাছিল। ইলাৰ ঘোৰ প্ৰতিবাদ সত্বেও সিয়ো ওলাই গৈছিল আগফালৰ বাৰাণ্ডালৈ। হাতত বিচনী লৈ দুখন বেতৰ চকীত দুয়ো বহুত সময় বহি থাকিছিল—কেতিয়াবা নিৰৱে, কেতিয়াবা দুই-এটা কথা পাতি। নিৰৱ মুহূৰ্ত্তবোৰ কিন্তু বিজয়ৰ বাবে শান্ত নাছিল, ইলাৰ বাবেও নিশ্চয়। সিহঁতৰ সমুখৰ বিশাল অন্ধকাৰে, আকাশৰ বিনিদ্ৰ অগণন তৰাই, চাৰিওফালৰ সুপ্তিৰ নিবিড়-নিস্তব্ধতাই, তাৰ মাজে মাজে হঠাৎ যেন কোন নামহীন অজানা দেশৰপৰা বলি অহা একোজাক পাতল বতাহে সিহঁতৰ মনত কিবা এক অপাৰ্থিৱ বিস্ময় আৰু ভয়ত গা সিৰ্‌সিৰাই যোৱা অনুভূতিয়ে মনবোৰ ভাব-গধুৰ স্তব্ধতাৰে ভৰাই পেলাইছিল। সেই নিস্তব্ধতা ভেদি মাজে মাজে ইলাৰ একোটা দীঘলীয়া নিশ্বাসৰ শব্দ শুনা গৈছিল। আৰু আন্ধাৰত ৰহস্যময়ী ছায়ামূৰ্ত্তিৰ দৰে লগা ইলালৈ চাই বিজয়ৰ প্ৰাণ হঠাৎ আকুলি-বিকুলি উঠিছিল—ইলা যেন ইতিমধ্যেই এই জগত এৰি থৈ গৈ কায়াহীন মূৰ্ত্তি হৈ তাৰ ওচৰত বহি আছেহি। তীব্ৰ মৃত্যু-চেতনাত যেন বিজয়ৰ সমস্ত সত্তা কঁপি উঠিছিল। সমুখৰ স্তব্ধ আকাশৰ অগণন তৰালৈ চাই তাৰ মনত ৰবি ঠাকুৰৰ

কবিতাৰ শাৰী এটা বাৰে বাৰে অহা-যোৱা কৰিছিল—'জীৱনেৰে কে ৰাখিতে পাৰে, আকাশেৰ প্ৰতি তাৰা ডাকিছে তাহাৰে—' আৰু তাৰপিছতেই খুব ভয় খাই সি ইলাৰ হাত দুখন সেপিয়াই তাৰ হাতৰ মুঠিত সুমুৱাই লৈ তাৰ ইমান সময়ৰ ভয়াবহ অনুভূতিৰ অসত্যতাৰ উপলব্ধিত স্বস্তিৰ নিশ্বাস এৰি খুব মৰমেৰে ইলাক সুধিছিল—"কি ভাবিছা ইলা ?"

সেই প্ৰশ্নৰ উত্তৰ পোনে পোনে নিদি ইলাই কেৱল সুধিছিল—"মৰণৰ কথা ভাবি দিনততো ইমান ভয় নেলাগে, ৰাতি বাৰু কিয় ইমান ভয় লাগে ?" বিজয়ৰ হাত দুখন জোৰেৰে হেঁচি ধৰিছিল ইলাই।

বিজয়ৰ গাটো আকৌ জিকাৰ খাই উঠিছিল, কিন্তু মুখত সি শান্ত, ম্লান হাঁহি ফুটাই ধীৰভাৱে কৈছিল—"এই প্ৰশ্নটো অনন্তকালৰ সমগ্ৰ মানুহৰে প্ৰশ্ন ইলা। কিন্তু তুমি এইবোৰ কথা কিয় মিছাকৈয়ে ভাবি থাকা ইলা, মই তোমাক কতবাৰ কৈছোঁ তুমি মিছাকৈয়ে বাজে চিন্তাবোৰ কৰি কৰি শৰীৰটো মাটি কৰিব ধৰিছা। তোমাৰ একো নহয়—মই আছোঁ নহয়, মোক এৰি তোমাক মই ক'লৈকো যাব নিদিওঁ। ডাক্তৰ তো লাগিয়েই আছে, সকলো ভালে ভালে হৈ যাব। আমি দুয়ো ৰাতি ৰাতি এইদৰে বহি যি আকাশলৈ চাই নিৰৱে প্ৰাৰ্থনা কৰি থাকোঁ, সেই আকাশৰপৰা দেৱ-শিশু এটা আহি তোমাৰ কোলা শুৱাবহি। তোমাৰ মৰমৰ ঘৰখন ভৰাই পেলাবহি। আমাৰ দুয়োৰো জীৱন পূৰ্ণ কৰি তুলিব ইলা, তুমি মিছাকৈয়ে ভয় খাইছা—"

ৰাতি। অদ্ভুত যাদুকৰি শক্তি এই ৰাতিৰ। দিনৰ পোহৰত যি আৱেগসনা কথাবোৰ বিজয়ে কেতিয়াও উচ্চাৰণ কৰিব নোৱাৰিলেহেঁতেন, ৰাতিৰ মায়াময় স্পৰ্শত সেই কথাবোৰেই সি অনৰ্গল ইলাক কৈ গৈছিল। কিন্তু তথাপি এই আৱেগক ভেদ



কৰিও এক ভয়াবহ অপাৰ্থিৱ চেতনা ৰাতিয়ে সিহঁতৰ মাজলৈ বাৰে বাৰে যেন কঢ়িয়াই লৈ আহিছিল।

কিন্তু সদায় এনেকুৱা বিভীষিকাই ৰাতিৰ দান নাছিল। আন্ধাৰ-ৰাতিৰ সময় ক্ৰমে উকলি যায়, জোনাকৰ মায়াময় ৰাতিবোৰ আগবাঢ়ি আহে। গভীৰ ৰাতিৰ সেই জোনাকো অপাৰ্থিৱ, ৰহস্যময়। কিন্তু জোনাকৰ ৰাতিয়ে সিহঁতলৈ বিভীষিকা কঢ়িয়াই নানে, আনে এক অতি করুণ মাধুৰ্য্য। মনবোৰ আৱেগৰ কান্দোনেৰে ভাৱাক্ৰান্ত হৈ যায়। এই অপৰূপ মোহনীয় জোনাকৰ ৰাতিবোৰেও মৃত্যু-চেতনা জগাই তোলে, সুদূৰ অজান দেশৰপৰা কোনোবাই যেন মাতে, কিন্তু সেই আহ্বানে ভয়ৰ পৰিবৰ্ত্তে মনবোৰ কৰি তোলে অতি করুণ, বিষণ্ণ, কিন্তু সেই বিষণ্ণতাও যে ইমান মধুৰ।

ইলাই ৰোৱা ৰজনীগন্ধা আৰু জুঁইফুলবোৰ বগা হৈ সমুখত ফুলি থাকে। শুভ্ৰ জোনাকে সিহঁতৰ সেই শুভ্ৰতাক আৰু অপৰূপ কৰি তোলে। গা জুৰ কৰা এজাক মলয়া বতাহ বলি সেই ফুলবোৰৰ মৃদু সুবাসেৰে ঠাইখন ভৰাই পেলায়, আৰু সেই সুগন্ধৰ পৰিপূৰ্ণ আঘ্ৰাণ লৈ বিজয়ে ইলাক কয়—"জানা ইলা, কলেজত পঢ়োঁতে মোৰ মনটো এতিয়াতকৈও ৰোমান্টিক আৰু কবিত্বপূৰ্ণ আছিল ; কেতিয়াবা ৰাতি সাৰ পাই উঠি মই প্ৰিয় কবিতা এটা খুলি লওঁ। আৱেগত মোৰ ডিঙি ৰুদ্ধ হৈ যায়, কবিতাৰ কিতাপ জপাই অলপ বাহিৰলৈ ওলাই আহোঁ, আৰু জোনাক-ৰাতি হলে সেই নিস্তব্ধ সমগ্ৰ বিশ্ব প্লাবিত কৰা জোনাকলৈ চাই ভাবোঁ—ইমান অদ্ভুত সুন্দৰ জোনাকবোৰ যুগ যুগ ধৰি মানুহৰ দৃষ্টিৰ আঁতৰত থাকি এনেকৈয়ে অপচয় হৈ আহিছে আৰু হৈ থাকিবও। ইমান বিপুল সৌন্দৰ্য্যৰ কি বিৰাট অপচয় !"

জোনাকৰ পোহৰত ইলাক অলপ হঁহা দেখে বিজয়ে। খুব ক্লান্ত সেই হাঁহি, তাৰপিছত তাই কয়—"পৃথিবীত অকল জোনাকৰেই

কিবা বিৰাট অপচয় হৈছে নে ? সেই কোটি কোটি শিশু-সন্তানৰ কথা ভাবকচোন, যাক জন্ম দিবলৈ গৈ মাকবোৰে দহ মাহ কত কষ্ট খালে। কিন্তু ইমান কষ্টেৰে জন্ম দিয়া শিশুবোৰৰ কতজনৰ জন্মৰ পিছতেই মৃত্যু হৈ যায়—মাকহঁতৰ অত কষ্ট, অত হিয়াভৰা কান্দোন ব্যৰ্থ কৰি সন্তানবোৰ মৰি যায়—ইও জানো পৃথিবীৰ এক কম অপচয় ?"

সেইদিনা ৰাতি বিজয়ে ইলাৰ নিজৰ মৃত্যুভয়ৰ লগতে আৰু এক ভয়ৰ কথাও গম পালে তাইৰ—সিহঁতৰ অনাগত শিশুটিৰো মৃত্যুভয়।

কিন্তু ইলাৰ সেই ভয় এদিন অমূলক হৈ গৈছিল। মাক বা সন্তান কাৰো মৃত্যু নহল। সুস্থ-সবল পোনাক জন্ম দি ইলাও জীয়াই থাকিল, অৱশ্যে তাই প্ৰায় মৃত্যুৰ দুৱাৰ-ডলিৰপৰাই উভতি আহিছিল।

তাৰপিছত লাহে লাহে দিন পাৰ হবলৈ ধৰিলে। ইলাও ক্ৰমে সম্পূৰ্ণ সুস্থ হৈ আহিল, আৰু মানুহৰ চিৰন্তন স্বভাৱ অনুসৰিয়েই তায়ো মৃত্যুৰ স'তে প্ৰায় সাক্ষাতৰ নিচিনাই সেই ভয়াবহ অভিজ্ঞতাৰ কথা পাহৰি আকৌ সংসাৰৰ মায়াত আষ্টে-পৃষ্ঠে বান্ধ খাই পৰিল, আকৌ ঘৰ বন্ধাৰ স্বপ্ন ৰচনাত মচগুল হৈ পৰিল।

জহকালিৰ ৰাতি ভাত-পানী খাই উঠি আগফালৰ বাৰাণ্ডাত বেতৰ চকীত আৰাম কৰি বহি ইলাৰ লগত ঘৰুৱা সুখ-দুখৰ মেল মৰাটো বিজয়ৰ এটা প্ৰিয় অভ্যাস। এদিন তেনেকৈ দুয়ো বহি কথা পাতি থাকোঁতে ইটো-সিটো কথাৰ পিছত ইলাই কলে—"আমাৰ এই গুটিমালতী ফুলকেইজোপাৰপৰা কি সুন্দৰ গোন্ধ



আহিছে!" কথাষাৰ কৈ অলপ ৰল তাই, বোধহয় সুগন্ধখিনিৰ আঘ্ৰাণ লৈ ললে পৰিপূৰ্ণভাৱে। তাৰপিছত আকৌ কলে—"সঁচাকৈয়ে, আমাৰ এই দেশী ফুলবোৰৰ লগত কোনো ফুলৰে তুলনা নহয়। বিলাতী ফুলবোৰৰ বাহিৰৰ ৰূপ আছে সঁচা, কিন্তু 'ৰূপে কি কৰে, গুণে হে সংসাৰ তৰে'—জীৱনৰ সকলো ক্ষেত্ৰতে এই কথাষাৰ বোধহয় সঁচা। এই ৰাতিকাল আমি চকুৰে ফুলবোৰ ভালকৈ দেখা নাই, কিন্তু চকুক তৃপ্তি দিব নোৱাৰিলেও আমাৰ নাকক তৃপ্তি দিয়াৰ লগতে মনকো তৃপ্তি দিছে—" আকৌ এখন্তেক ৰল ইলা। তাৰপিছত লাহে লাহে কবলৈ ধৰিলে—"মোৰ বহুদিনৰ স্বপ্ন কি জানে? ৰবীন্দ্ৰনাথৰ 'নিশীথে' গল্পৰ নায়িকাৰ দৰে ঘৰৰ সমুখত এখন দেশী ফুলৰ বাগান কৰা—য'ত গোন্ধতকৈ ৰঙৰ প্ৰাধান্য, ফুলতকৈ পাতৰ বৈচিত্ৰ্য নেথাকিব। আৰু 'টব'ত ৰোৱা কিবা সাধাৰণ গছ-পুলিৰ কাষতে কাঠী পুতি কাগজ লগাই সেই কাগজত কিবা লেটিন নাম লেখি সগৌৰৱেৰে তাৰ প্ৰচাৰ কৰা নহব। খৰিকা-জাঁই, যূতিমলা, গোলাপ, তগৰ আৰু কৰবী ফুলৰেই কিছু বেছি প্ৰাদুৰ্ভাৱ হব। প্ৰকাণ্ড এডাল বকুল গছৰ গুৰিৰ ঠাইডোখৰ বগা মাৰ্ব্বল পাথৰেৰে বন্ধোৱা হব—" এইখিনিলৈকে কৈ ইলাই সশব্দে হাঁহি উঠি আকৌ কৈছিল—"অৱশ্যে মোৰ সেই বাগানৰ সমুখত দুৰ্ভাগ্যবশতঃ গঙ্গা নৈ নেথাকিব। কিন্তু 'নাই মোমাইতকৈ কণা মোমায়ে ভাল' নীতি-বচন অৱলম্বন কৰি মই গঙ্গা নদীৰ সলনি বাগানখনৰ লগতে এটা পুখুৰীকে কৰিম বুলি কল্পনা কৰি থাকোঁ। অৱশ্যে পুখুৰী মানে চৌবাচ্চা জাতীয় পকাৰে বন্ধোৱা সৰু এটা পুখুৰী হে। বকুল গছৰ তলখনো পকাৰে বন্ধাম—আমিনো আৰু মাৰ্ব্বল পাথৰ ক'ত পাম—তাৰপিছত জহকালি ৰাতি এইদৰে বাৰাণ্ডাত চকীত নবহি মোৰ সেই পকা-বেদীত বহিমগৈ। ওপৰৰপৰা টুপ্‌টুপ্‌কৈ সুগন্ধি বকুল ফুলবোৰ একোজাক জুৰ বতাহ

বুলি আমাৰ গাত সৰাই পেলাবহি। ওচৰৰ আন আন ফুলবোৰৰ সুগন্ধও বতাহেই চাৰিওপিনে সিঁচি দিব! মোৰ সেই কুঞ্জবন গোন্ধেৰে আমোলমোলাই উঠিব, আৰু মই সেই চেঁচা পকা-বেদীত আপোনাৰ কোলাত মূৰ থৈ শুই পৰিম—আৰু—আৰু—তাৰপিছত মই যদি মৰিও যাওঁ, কোনো খেদ নেথাকিব—” আকৌ হাঁহি উঠিল ইলাই, কিন্তু এইবাৰ যেন তাত আগৰ উচ্ছলতা নাছিল।

এন্ধাৰত মৃদুভাৱে গাটো জিকাৰ খাই উঠিল বিজয়ৰ। ৰবীন্দ্ৰনাথৰ খুব ভক্ত সি। জীৱনৰ বহুত কথাতে তাৰ মনলৈ ৰবীন্দ্ৰনাথৰ কাব্যৰ বাক্যবোৰ মনলৈ আহি যায়। অৱশ্যে এতিয়া বিজয় ভঁৰালীয়ে কিতাপ-পত্ৰ পঢ়ি গম পাইছে যে আজিৰ সমালোচকসকলে ৰবীন্দ্ৰনাথৰ লেখাক আগৰ দৰে অপৰিসীম শ্ৰদ্ধাৰ চকুৰে নেচায়। কিন্তু তেওঁ আগৰ যুগৰ এজন বুঢ়া মানুহ, এতিয়াও আগৰ দৰেই ৰবীন্দ্ৰনাথৰ লেখা ভাল পায়। তাহানিও পাইছিল। আৰু ইলাক বিয়া কৰাই আনি তাইকো ভাল পাবলৈ শিকালে। কিন্তু ইলাই বোধহয় তেওঁ ভবাতকৈও বেছি ভাল পাই পেলাইছিল। তেওঁতো তাইৰ দৰে এনেকৈ গল্প পৰ্য্যন্ত মুখস্থ কৰি পেলোৱা নাই। ‘নিশীথে’ৰ কথাবোৰো তেওঁৰ মুখস্থ নাই, কিন্তু এনেয়ে গল্পটোতো পঢ়িছে। গল্পটোৰ অকল পৰিণতিয়ে নহয়, তাৰ নায়িকাৰ বিখ্যাত হাঁহিৰ পৰা ৰূপটোৰ ছবিও লগে লগে বিজয়ৰ মনলৈ আহি গল।

“তোমাৰো যে কল্পনাৰ দৌৰ ইলা—” বিজয়ে অলপ হাঁহি খুব সহজ আৰু সাধাৰণভাৱে কথা কবৰ চেষ্টা কৰিলে—“আজি হে পিছে তুমি এনেকৈ কথা কৈছা, আগেয়ে কেতিয়াও নোকোৱা—”

আকৌ জোৰেৰে হাঁহি উঠিছিল ইলাই—“কাৰণ কি জানে? ৰাতি, চাৰিওফালৰ এই ৰাতিৰ মায়া—কিন্তু মোৰ স্বপ্ন হলে দিন-ৰাতি দুয়োটাৰ দৰেই সত্য হব লাগিব, অৰ্থাৎ সপোনক বাস্তৱত



ৰূপ দিবলৈ মই আপ্ৰাণ চেষ্টা কৰিম।” এইবাৰ গহীন হৈ গৈছিল ইলা, “কোনোবা এটা গল্পৰ কিবা এটা কথা ভাল লাগি তাক অনুসৰণ কৰিলোঁ বুলিয়েই যে গোটেই গল্পটো সত্য হব, সেই ভয় কৰিবলৈ গলে সংসাৰত বহুত কাম কৰাই দেখোন টান হব। আমাৰ ঘৰৰ ওচৰত এজনী ছোৱালী আছিল, তাই খুব সুন্দৰকৈ তাঁতত ফুল বাছিব জানিছিল। কিন্তু বেচেৰী বিয়াৰ পিছতেই বিধৱা হল, তাইৰপৰা আমাৰ ওচৰৰ বহুত ছোৱালীয়ে তাঁতত ফুল বাছিবলৈ শিকিলে। তাইৰ দৰে একে ৰঙৰ সূতাৰে, একে নমুনাৰ ফুল বাছিবলৈ ধৰিলে। তেতিয়া জানো সিহঁতে ভয় কৰিছিল যে সিহঁতৰো তাইৰ দৰে দশা হব—”

সিদিনা ৰাতি ইলাৰ মুখ ভালকৈয়ে খোল খাইছিল। ৰাতিৰ মায়াই বোধহয় গভীৰভাৱে মোহাবিষ্ট কৰিছিল তাইক সিদিনা। বিজয় স্তব্ধ হৈ বহি শুনি থাকিল, আৰু ইলাই কৈ গল—“আপুনি মোক সিদিনা কলে—এক কঠামান মাটি কিনিবৰ জোখাৰেতো টকা জমা হল, এতিয়া চাই-চিন্তি মাটি একঠা কিনা ভাল। আপুনি মোক ইয়াকো কলে—আমি তিনিটা প্ৰাণীৰ সংসাৰ, অলপ মাটিত সৰু ঘৰ এটা সাজিব পাৰিলেই হব। আপোনাৰ ভাব, মই বৰ কষ্ট কৰি ধন সাঁচিছোঁ, পোনাৰ জন্মৰ পিছত আমাৰ খৰচ আৰু বাঢ়িছে, গতিকে মাটিখিনি কিনা হলে মই সেই কষ্টৰ হাত সাৰিব পাৰোঁ। কিন্তু কষ্ট কৰিছোঁ কাৰণেই তো সেই মাটি-ঘৰ মোৰ বেছি হেপাহৰ, বেছি মায়াৰ। আৰু সেইবাবেইতো সেই ঘৰৰ সপোন দেখিবলৈ ইমান মধুৰ লাগে। কিন্তু একঠা মাটি কিনি ঘৰ এটা সাজিলে মোৰ ইমান জল্পনা-কল্পনা যে অথলে যাব। অকণমান মাটিত মোৰ ফুলনিখন কেনেকৈ হব, পাছফালে বাৰীখনকেইবা কেনেকৈ কৰিম? মোৰ কিমান কল্পনা—আগফালৰ বাগানৰ ফুলৰ গোন্ধে আমোলমোলাই থাকিব। শুদা ঘৰ এটাই

যেন অকল মানুহৰ খোৱা-শোৱা-থকাৰ দৰে ব্যৱহাৰিক জীৱনৰ ফালটোকে সকিয়াই দিয়ে, কিন্তু তাৰ লগত ফুলনিখনে মানুহৰ সৌন্দৰ্য্য-প্ৰিয় মনটোৱো প্ৰকাশ কৰে। আপুনি বাৰু হাঁহিছে নেকি—মানুহৰ সৌন্দৰ্য্য-প্ৰিয়তাক এনে সঙ্কীৰ্ণতাৰ মাজত বন্দী কৰা দেখি ? দেউতাই কয় 'জীৱনত কোনো কথাকে ক্ষুদ্ৰ বুলি উপহাস কৰিব নেলাগে। ডাঙৰ ডাঙৰ শিল্পীৰ বাবে সৌন্দৰ্য্যৰ ধাৰণা বিৰাট, তেওঁলোকৰ সৌন্দৰ্য্য-সৃষ্টিও একেদৰেই বিশাল, কিন্তু আমি সাধাৰণ মানুহৰ ই সাধাৰণ স্বপ্ন আৰু সাধনা।' মইতো কেতিয়াও এখন সুন্দৰ ছবি আঁকিব নোৱাৰোঁ, এটা সুন্দৰ কবিতা লেখিব নোৱাৰোঁ, কিন্তু মোৰ বাবে মোৰ বাগানেই মোৰ ছবি, মোৰ কবিতা। সেই বাগানৰ ফুলেৰে মই মোৰ গোসাঁই ঘৰ আৰু পৱিত্ৰ কৰিম, মোৰ ঘৰটো আৰু ধুনীয়াকৈ সজাম, ওচৰ-চুবুৰীয়াৰ শুভ কাম-কাজত প্ৰয়োজন হলে সেই বাগানৰ ফুল তুলি দি মনত তৃপ্তি পাম। মোৰ বাৰীৰ শাক-পাচলিৰ সেউজীয়া চেহেৰা দেখি চকু জুৰ পৰিব, নিজে খাম ওচৰ-চুবুৰীয়াক বিলাম। মোৰ বাৰীৰ বগৰী গছৰ তলত জাৰকালিৰ ৰ'দ লৈ আমাৰ পোনাই তাৰ লগৰীয়াসকলৰ লগত বগৰী বুটলিব, জহকালি আম গছৰ তলত আম বুটলিব—"

"ইলা—" ইমান পৰৰ স্তব্ধতা জোৰ কৰিয়েই যেন আঁতৰ কৰি বিজয়ে এইবাৰ প্ৰায় চিঞৰি উঠিল—"তোমাৰ কল্পনা যিমান জোৰে দৌৰিছে, বাতিও যে তেনেকৈ দৌৰি প্ৰায় শেষ সীমা পাব লগা হলহি, খবৰ আছে নে ?"

মুহূৰ্ত্তৰ বাবে অলপ অপ্ৰস্তুত হলেও, লগে লগেই জোৰেৰে হাঁহি উঠিছিল ইলাই—"ওহোঁ, বাতি মুঠেই দৌৰা নাই। প্ৰথমে মোক তাই যাদু কৰি লৈ শেষত নিজেই মোৰ অভাৱনীয় কল্পনাৰ দৌৰ দেখি স্তব্ধ হৈ ৰৈ আছে।"



"অলপ লাহে লাহে হাঁহা ইলা। তোমাৰ হাঁহিত পোনা তো সাৰ পাবই, ওচৰ-চুবুৰীয়াও সাৰ পাব।"

"আয়ৈ মোৰ সোণটো। ইমান পৰ সি অকলে অকলে শুই আছে নহয়—" একেলৰেই গৈ ভিতৰ পালেগৈ ইলা, আৰু ঘুমন্ত পোনাক বুকুত সাবটি ধৰি অজস্ৰ চুমাৰে মুখ ভৰাই দিবলৈ ধৰিলে। সেইফালে চাই এটা উদ্গত নিশ্বাস ৰোধ কৰি বিজয়ে জ্বলি থকা লেমটো অলপ কমাই লাহেকৈ শুই পৰিল।

পোনাক লৈ ইলাই যিবোৰ কাণ্ড কৰে, দেখি দেখি বিজয়ৰ হাঁহি উঠিলেও মনটো লগে লগে বেদনাত গধুৰো হৈ যায়। পোনাৰ জন্মৰ সময়ত ইলাক কোনোমতে বচাব পৰা গল যদিও, তাইৰ পুনৰাই মাতৃ হব পৰা ক্ষমতা ডাক্তৰে চিৰদিনলৈ ধ্বংস কৰি দিবলৈ বাধ্য হৈছিল—ইলাক বচাব গৈয়েই। প্ৰথমে ইলাই নেজানিলেও বেছিদিন বিজয়ৰ সেই কথা ইলাৰপৰা গোপন কৰি ৰাখিবলৈ সত নগল। কথাটো শুনি ইলা প্ৰথমে ক'লা পৰি গৈছিল, কিন্তু জীৱনৰ সকলো কথাকে হাঁহিমুখে লবলৈ চেষ্টা কৰা এটা আচৰিত গুণ আছিল ইলাৰ, অতি সামান্য কথাত কান্দিলেও জীৱনৰ গভীৰ দুখবোৰ হাঁহিমুখে সহজভাৱে লবলৈ আপ্ৰাণ চেষ্টা কৰিছিল সদায়। সিদিনাও সেই কথা শুনি মুখত হাঁহি টানি আনি তাই কৈছিল—"ঈশ্বৰে আমাক যি দিছে তাতেই সন্তুষ্ট থাকিব লাগে—নহয় জানো ? একেবাৰেতো বঞ্চিত কৰি ৰখা নাই, সেইটোও জানো কম অনুগ্ৰহ ?"

পিছত লুকাই লুকাই কান্দিছিল নেকি, বিজয়ে নেজানে। কিন্তু এটা কথা হলে লক্ষ্য কৰিলে যে, পোনাৰ প্ৰতি ইলাৰ আদৰৰ অত্যাচাৰবোৰ যেন দিনে দিনে বাঢ়ি যাবলৈ ধৰিলে। সি অলপ কান্দিলেই ইলা অস্থিৰ হৈ পৰে, নানা ধৰণে ফুচুলাই নিচুকাব ধৰে, আদৰৰ সহস্ৰ নাম মাতে, সেই নামবোৰৰ অৰ্থ বিচাৰিব গলে

কিন্তু এটা-দুটাৰ বাহিৰে বাকীবোৰৰ অৰ্থ বিচাৰি উলিওৱা টান হব। দিনটোত সময় নাই, অসময় নাই ইটো-সিটো খুৱাবলৈ জোৰ কৰি থাকিব। ভোক নথকা অৱস্থাত নেখাবলৈ পোনাই কন্দা-কটা কৰিলে ইলাই গভীৰ আক্ষেপেৰে জনাব যে আন কাৰো লৰা-ছোৱালীক তাই পোনাৰ দৰে নোখোৱা স্বভাৱৰ হোৱা দেখা নাই। কিন্তু এনেহেন 'নোখোৱা' লৰাটোও খুব সুন্দৰ স্বাস্থ্যৱান, নিপোটল হৈ উঠাৰ পিছতো ইলাৰ চকুত সি নেখাই-নবৈ ক্ষীণেই হৈ থাকিল হেনো। ইলা নিজে যথেষ্ট ক্ষীণ আছিল, তাই পোনাৰ দৰে শকত-আৱত লৰা এটাক যেতিয়া অনবৰত কোলাতেই লৈ থাকিছিল বিজয়ৰ সেই দৃশ্য দেখি ইলালৈ খুব মায়া লাগি গৈছিল। কিন্তু ইলাই :কেতিয়াও বেছি ৰ বিশ্বাস কৰি চাকৰৰ হাতত পোনাক এৰি নিদিছিল। আৰু ইদৰে অতি আদৰ আৰু প্ৰশ্ৰয়ৰ মাজেদি চাৰি বছৰলৈ পোনাই ইলাৰ কোলা শুৱনি কৰি থাকিল। তাৰ পাঁচ বছৰৰ সময়তো মাজে মাজে ইলাই তাক কোলাত লৈ আদৰ কৰিবৰ চেষ্টা নকৰা নহয়, কিন্তু তেতিয়া পোনাই নিজকে ডাঙৰ ভাবিব পৰা হৈছে, সি ইলাই চুমা খোৱা গাল দুখন জোৰেৰে মচি তেতিয়া "ছিঃ" বুলি কৈ জোৰেৰে কোলাৰপৰা নামি দৌৰ মাৰি গুচি যায়।

শাসন কাক বোলে পোনাই প্ৰায় কোনো দিনে নেজানিলেই। বিজয়ে মাজে মাজে কয়—"ইমান আদৰ কৰি কৰি ইমান প্ৰশ্ৰয় দি তুমি লৰাটোক নষ্ট কৰিবা ইলা। মাজে মাজে তাক শাসনো কৰিব লাগে নহয়।" ইলাই তেতিয়া প্ৰত্যুত্তৰত বিজয়ক হে ওলোটা কথা বুজাইছিল—"আদৰ পাই লৰা-ছোৱালী বেয়া হয় বুলি মই কেতিয়াও নেভাবোঁ, মাক-দেউতাক ভাল হলে, ঘৰখন ভাল হলে, সেই মাক-দেউতাকৰ, সেই ঘৰৰ লৰা-ছোৱালী ভাল হবই। মোক দেউতাই সিদিনাও বুজাইছে—পোনাক যেন আমি বেছি শাসন



নকৰোঁ, আমি কেৱল আমাৰ ঘৰখন আদৰ্শ-ঘৰ কৰি গঢ়ি তুলিলেই পোনাৰ জীৱনো আপোনা-আপুনি সৎপথেৰে পৰিচালিত হব। দেউতাই আৰু কি কৈছে জানে—গপত ওফন্দি নুঠিব কিন্তু—দেউতাই কৈছে—আপোনাৰ দৰে মানুহৰ লৰা হেনো কেতিয়াও বেয়া হব নোৱাৰে।"

কিন্তু তথাপি এদিন-দুদিন যে ইলাই পোনাক শাসন কৰা নাছিল এনে নহয়, দুই-এদিন মাৰিছিল—কিন্তু পোনাক মাৰি উঠি ইলাই নিজেও কান্দি পেলাইছিল।

একেটা মাত্ৰ লৰা হোৱাৰ কাৰণেই নেকি পোনা সৰুৰেপৰা খুব ভাবপ্ৰৱণ হৈছিল, আৰু লগতে খুব ধৰ্ম্মভীৰু। পাঁচ-ছয় বছৰতে সি খুব কিতাপ পঢ়িবলৈ ধৰিলে, আৰু তাৰ ভিতৰত সি বেছিকৈ আকৃষ্ট হল ৰামায়ণ আৰু মহাভাৰতৰ দ্বাৰা। তাৰপিছত এদিন সি মাকক হাঁহি হাঁহি কলে যে মৰাৰ পিছত সি যেতিয়া স্বৰ্গলৈ যাব, তেতিয়াতো মহাভাৰত-ৰামায়ণৰ এই আটাইবোৰ মানুহকে লগ পাব সি, তেতিয়া তাৰ খুব মজা লাগিব, আৰু তাৰ আটাইতকৈ মজা লাগিব ধূৰ্ত্ত নাৰদক লগ পালে। সেই সময়ত পোনাৰ বয়স ছয় বছৰ। তাৰ কিছুদিন পিছত তাৰ মাকে ৰবীন্দ্ৰনাথৰ 'লিপিকা'ৰ 'প্ৰশ্ন' পঢ়িলে বিচনাত শুই শুই আৰু গাঁৰুত মূৰ গুজি উচুপি উচুপি কান্দিলে। পোনা মাকৰ ওচৰলৈ আহি সুধিলে তেওঁৰ কি হল—ক'ত দুখ পালে। দেউতাকতো অফিচলৈ গৈছে, কোনে মাকক খং কৰিলে তেন্তে, সি তো মাকক কেতিয়াও খং নকৰে। এইবোৰৰ উত্তৰত মাকে একো নকলে, কেৱল তাক ওচৰলৈ টানি নি সাবটি ধৰি আৰু বেছিকৈ উচুপিবলৈ ধৰিলে। বিজয়ে আহি কথাবোৰ শুনি গম্ভীৰ হৈ গল, আৰু ইলাক কলে—"তুমি লৰাটোক আৰু বেছি চেন্টিমেণ্টাল কৰি তুলিবা ইলা। এইটো ভাল কথা নহয়। ভাবপ্ৰৱণতাই মানুহক অনৰ্থক দুখ কিছুমান আনি

দিয়ে। পোনা এইদৰে দিনে দিনে আৰু বেছি ভাবুক হৈ যোৱাটো মই নিবিচাৰোঁ। তুমি যে তাক ঘৰতে পঢ়াই পিছত ওপৰ ক্লাচত নাম লগাই দিয়াৰ কথা ভাবিছিলা, সেই মতলব মই বাদ দিলোঁ। কালিয়েই তাক স্কুলত নাম লগাই দিম। লগৰ লৰা লগ পাই, সিহঁতৰ লগত ধেমালি-ধুমুলা কৰি তাৰ স্বভাৱটো অলপ সলনি হব।"

পিছদিনাই বিজয়ে পোনাক স্কুলত নাম লগাই দিলে। পোনাৰ সঞ্জয় নামটো ইলাই বিজয়ৰ নামৰ লগত মিল ৰাখিয়েই দিছিল। কিন্তু অতদিনে সেই নামটো অব্যৱহৃত হৈ আছিল, এতিয়া স্কুলৰ লৰাবোৰৰ মুখত সঞ্জয় নামটো প্ৰচলিত হবলৈ ধৰিলে। তাৰপিছত এদিন পোনাই হাঁহি হাঁহি মাকক কলেহি—"মা মা, তোমালোকে মোক সঞ্জয় নামটো দিয়াই মই খুব ভাল পাইছোঁ। মহাভাৰতৰ সঞ্জয় খুব জ্ঞানী আৰু ধাৰ্ম্মিক আছিল নহয় মা? এটা কথা জানা মা, আমাৰ স্কুলৰ লৰাবোৰ বৰ গাধা, সিহঁতে মহাভাৰতৰ সঞ্জয়ক নেজানে।"

প্ৰায় সাত বছৰ বয়সত পোনা স্কুললৈ গৈছিল—এবছৰৰ পিছত, তাৰ প্ৰায় আঠ বছৰ বয়স হওঁতেই মাক ঢুকাল। সি দেউতাকক সুধিছিল—"দেউতা, বুঢ়া হলে হে মানুহ মৰি স্বৰ্গলৈ যাব পাৰে নেকি? মোৰ দৰে সৰুতে মৰি স্বৰ্গলৈ যাব নোৱাৰি নে?" ইলাৰ দৰে হোৱাই-নোহোৱাই বিজয়ে পোনাক সাৱটি নধৰিছিল, সিদিনা এইষাৰ কথা শুনি সি কিন্তু জোৰেৰে পুতেকক বুকুত হেঁচি ধৰিছিল।

পোনাৰ তিনি বছৰ বয়সত ইলাই তুকঠা মাটি কিনিব পৰাকৈ টকা জমাব পাৰিছিল। কিন্তু টকা জমোৱাৰ লগে লগেই তো মাটি কিনা নহয়। ভাল মাটি এডোখৰ বিচাৰিব লাগিব, আৰু তাৰপিছত হে কিনিব পৰা যায়। সিহঁতে গুৱাহাটীতে মাটি কিনা ঠিক



কৰিছিল। ইলাৰ দেউতাকে অৱশেষত সিহঁতক এদিন তুকঠা ভাল মাটি বিচাৰি দিছিল, আৰু বিজয়ে এদিন তাৰ কৰ্ম্মস্থলীৰপৰা গৈ সেই মাটি কিনি আহিছিল গৈ।

মাটি কিনা হোৱাৰ লগে লগে ইলাৰ ঘৰৰ জল্পনা-কল্পনা আৰু বাঢ়ি গৈছিল। ইলাৰ মুখত সিহঁতৰ ভৱিষ্যতৰ ঘৰটোৰ বৰ্ণনা শুনি শুনি বিজয়ৰ যেন মনতেই সেই ঘৰটোৰেই ছবি এখন অঁকা হৈ গৈছিল—এটা সৰু সুন্দৰ আটোম-টোকাৰি ছবিৰ দৰে ঘৰ। তাৰ খিড়িকী-দৰজাবোৰৰ কাঠবোৰত পাতল সেউজীয়া ৰং বোলোৱা। পাঁচটা কোঠালি—তাৰে এটা সিহঁতৰ শোৱনি-কোঠা, এটা পোনাৰ, এটা আলহীৰ কাৰণে, এটা খোৱা-ঘৰ, আৰু পঞ্চমটোত ইলাই তাৰ বাবে সজোৱা এটা ধুনীয়া লাইব্ৰেৰী। পাকঘৰৰ সংলগ্ন আৰু এটা সৰু কোঠালিও থাকিব অৱশ্যে, সেইটো হব ইলাৰ গোসাঁইৰ ঘৰ। এই ঘৰটোৰে তুকঠা মাটিৰ পূৰা একঠাও নলয়, কিন্তু আগফালে ফুলনি আৰু পাছফালৰ বাৰীখনেৰে সেই তুকঠা মাটি পৰিপূৰ্ণ হৈ যাব।

ঘৰ সাজিবলৈও আৰু টকাৰ প্ৰয়োজন। গতিকে ইলাই স্বপ্ন সিদ্ধিৰ দ্বিতীয় আৰু শেষ জখলাত উঠিবলৈ আকৌ টকা সাঁচিবলৈ ধৰিলে। তাৰপিছত যেতিয়া সেই টকাও প্ৰায় সম্পূৰ্ণ জমা হৈ আহিছিল, তেতিয়াই হঠাৎ মাত্ৰ কেইদিনমানৰ জ্বৰতে ইলাই বিজয় আৰু পোনাক এৰি থৈ স্বৰ্গলৈ গুচি গল। স্বৰ্গলৈয়ে গুচি গল, কাৰণ বিজয়ৰ ধাৰণা স্বৰ্গৰ বাহিৰে আৰু ক'লৈকো ইলা যাব নোৱাৰে। অন্ততঃ ইলাৰ ক্ষেত্ৰত তাৰ পোনাৰ দৰেই একেদৰে ভাবিবলৈ মন যায় যে মানুহ মৰাৰ পিছত স্বৰ্গলৈ হে যায়।

ইলাৰ কপালত বিজয়ে নিজেই ডাঙৰকৈ সেন্দূৰৰ ফোট এটা দিছিল, ফোটটোৰে উজ্জ্বল মুখখন যেন মৃত্যুৰ পিছতো হাঁহিৰ স্নিগ্ধতাৰে ভৰা। এই মুখখনৰ এই হাঁহি জীৱিতকালত

কেতিয়াও কোনো অসন্তুষ্টিত বা কাকো বেয়া পাই কোনোদিন মলিন নহল। এতিয়া মৃত্যুৰ পিছতো একে হৈ ৰল। ইলাৰ এই মুখখন সুঁৱৰি তাৰপিছত বহুত দিন বিজয়ৰ মনে গুণ্‌গুণাই উঠিছে—'ভালো তুমি বেসেছিলে এই শ্যাম ধৰা, তোমাৰ হাসিটি ছিল বড়ো সুখে ভৰা—'

ইলাৰ সেই মাটিত আজি কমলাই ঘৰ বান্ধিবলৈ ওলাইছে।

ৰ'দটো লাহে লাহে বৰ চোকা হৈ আহিছে। বিজয় ভঁৰালীয়ে তেওঁৰ তপা মূৰটোত হাত বুলালে।

ভিতৰত কমলাই অলপ হাঁহি হাঁহি সঞ্জয়ক কলে—"আজি দেউতাৰ কাণ্ড দেখিছা? মই ঘৰৰ নক্সাখন দেখুৱাই অহাৰ পিছৰপৰাই আগত কিতাপখন লৈ কিবা ভাবি বহিয়ে আছে। আনদিনা যে সদায় দহটাত নিয়মিতভাৱে গা ধোৱে, সেই কথা আজি পাহৰিয়ে পেলালে।" এখন্তেক ৰল কমলা, তাৰপিছত আকৌ হাঁহি হাঁহিয়ে কলে—"আজি মোৰ ঘৰৰ নক্সা দেখি জীৱনৰ প্ৰায় শেষ অৱস্থাত বোধহয় এতিয়া প্ৰথম দেউতাই ঘৰ সজাৰ জল্পনা-কল্পনা কৰিছে।"

"বুঢ়া বয়সত তো অনিয়ম শৰীৰে সহ্য নকৰে। তুমি সময়মতে কিয় দেউতাক মাতি নিদিলা কমলা?" অলপ উদ্বিগ্নতাৰেই কলে সঞ্জয়ে।

"ইমানেই যদি চিন্তা দেউতাৰ স্বাস্থ্যলৈ, তুমি নিজেই নেমাতিলা কিয়? মই কেনেকৈ সকলোফালে চকু ৰাখোঁ? পুৱাৰেপৰা যে ছোৱালীবোৰৰ 'হ'ম টাস্ক'ৰ এই বহীবোৰ চাই মূৰ ঘমাই মৰিছোঁ দেখা নাই জানো তুমি? মোৰ প্ৰতি যদি তুমি কেতিয়াবা অকণো সহানুভূতি দেখুৱালাহেঁতেন! আমাৰ লগৰ কতজনী বিবাহিতা শিক্ষয়িত্ৰীক যে তেওঁলোকৰ গিৰিয়েকসকলে কত ধৰণে



সহায় নকৰে—এনেকি ৰবিবাৰে 'হ'ম টাস্ক'ৰ বহীবোৰো চাই দিয়ে। মই হে তেনে ভাগ্য সাধি নাহিলোঁ।"

উত্তৰত সঞ্জয়ৰ কবৰ মন গল যে সেই স্বামীসকলে বিচাৰিছিল যে তেওঁলোকৰ ঘৈণীয়েকসকলেও চাকৰি কৰক, কিন্তু মইতো তোমাক বাধা হে দিছিলোঁ। কিন্তু কবৰ মন গলেও নকলে, আন কথা হে কলে—"মই যে ইঞ্জিনিয়াৰ মানুহ কমলা, তোমালোকৰ ছাত্ৰীসকলৰ সেই অসমীয়া বা ইংৰাজী লেখাবোৰৰ মইনো কি বুজি পাওঁ।"

কমলাই আৰু একো নেমাতিলে। কেৱল অলপ শব্দ কৰি আগত লৈ চাই থকা বহীবোৰ মেজতে থেকেচা মাৰি থৈ ভাবিতক চিঞৰিলেগৈ—"ভাবিত, এই ভাবিত, দেউতাক ক'গৈ যা বহুত দেৰি হৈছে, গা ধুই ভাত খাব লাগে।"

অৱশেষত ঘৰ বন্ধা কাম আৰম্ভ হল।

কমলাই বিজয় ভঁৰালীক নক্সাখন দেখুৱাৰ দিন ধৰি এটা আচৰিত, আৰু বিজয় ভঁৰালীৰ নিজৰ মতে এটা ঘৃণনীয় অভ্যাস হৈ গল তেওঁৰ। তেওঁ থকা কোঠালিটোৰ লগত কমলাহঁতৰ শোৱনি-কোঠালিটোৰ মাত্ৰ এখন দেৱালৰ ব্যৱধান। ইচ্ছা কৰিলে এটা কমত পতা কথা আনটো কমৰপৰা সহজে শুনিব পাৰি। কিন্তু ইমানদিনে কমলাহঁতৰ কোনো ধৰণৰ কথা-বতৰাই বিজয় ভঁৰালীৰ কাণলৈ যোৱা নাছিল বা তেওঁ কাণ দিয়া নাছিল! নিজৰ কোঠালিত থকা সময়খিনি তেওঁ কিতাপ পঢ়ি আৰু নহলেবা শুই শুইয়ে কটাই দিয়ে। টোপনি নহা সময়খিনি তেওঁ নিজৰ চিন্তা-ৰাজ্যতে এনেদৰে ডুবি থাকে যে ওচৰৰ কোঠালিৰপৰা অহা সঞ্জয় বা কমলাৰ মাতৰ শব্দ কাণত পৰাৰ বাহিৰে তাৰ কোনো অৰ্থ তেওঁৰ মগজত নোসোমায়। কিন্তু কমলাই তেওঁক ঘৰৰ

নক্সাখন দেখুৱাৰ দিনাৰেপৰা সেই আচৰিত, আৰু তেওঁৰ নিজৰ ভাষাত ঘৃণনীয় অভ্যাসটো গঢ়ি উঠিল, আৰু যাৰ ফলত তেওঁ এতিয়া আগতকৈ বহুত সময় আগফালৰ বাৰাণ্ডাত কটোৱা হল।

এদিন তেওঁ আৰু ইলায়ো ইহঁতৰ দৰে এটা ঘৰ সাজিবলৈ ওলাইছিল—দুয়োৰো তাৰবাবে কত জল্পনা-কল্পনা, কত আলোচনাই যে নচলিছিল! এতিয়া ইহঁত দুয়োটায়ো ঘৰ বান্ধিবলৈ ওলাই নিশ্চয় একেদৰেই কল্পনা-ৰাজ্যত উটি ফুৰিছে, আলোচনা কৰিছে, ভৱিষ্যতৰ ৰঙীণ মধুৰ ছবি আঁকিছে—কেনেকুৱা বাৰু সিহঁতৰ সেই সপোন? আচৰিত, তাক জানিবলৈ যেন তেওঁৰ মনটো আকুলি-বিকুলি উঠিল। অদ্ভুত এটা অদমনীয় কৌতূহলে মনটো অধিকাৰ কৰি পেলালে, আৰু নিজকে তেওঁ বাৰে বাৰে তাৰবাবে তীব্ৰ তিৰস্কাৰ কৰিলে। আৰু নিজকে কলে—'আজি ইলা থকা হলে তোমাক কলেহেঁতেন যে বুঢ়া হৈ তোমাৰ প্ৰকৃতি লৰিছে—' কিন্তু তথাপি, তাৰপিছতো তেওঁৰ কাণ দুখন উৎকৰ্ণ হৈ ৰল বেৰখনৰ সিফালেই থকা দম্পতিহালৰ ঘৰ বন্ধাৰ সপোন ৰচাৰ কথা-বতৰাবোৰ শুনাৰ হেপাহত। ফলত নিজকে ছিঃ ছিঃ কৰি, ধিক্কাৰ দি বেছিভাগ সময় তেওঁ গৈ বাহিৰত বহি থকা হল। অৱশ্যে দুপৰীয়া সময়টোত যেনিবা পুতেক-বোৱাৰীয়েক ঘৰত নেথাকে, গতিকে সেইখিনি সময় তেওঁ মনৰ কোনো দ্বিধা-দ্বন্দ্ব নোহোৱাকৈয়ে নিজৰ ঘৰত কটাই দিব পাৰিছিল। কিন্তু বিপদ হৈছিল সন্ধিয়া আৰু ৰাতিবোৰত। সন্ধিয়া যেনিবা কিছুপৰলৈ আগফালে বহি থাকিব পাৰিয়েই, কিন্তু ৰাতি? নিজকে লৈ যেন মহা সমস্যাত পৰি গল বিজয় ভঁৰালী। এনেকুৱা অদ্ভুত বিপদোনো মানুহৰ হয় নে? বুঢ়া বয়সত আজি এইটো কি মনৰ বেমাৰ লাগিল যে তেওঁ তাক ইমান যত্ন কৰিও ভাল কৰিব পৰা নাই? সিটো কোঠাত পুতেক-বোৱাৰীয়েকৰ কথা-পতাৰ শব্দ শুনিলেই কাণ দুখন



অবাধ্যভাৱে আপোনা-আপুনি উৎকৰ্ণ হৈ উঠে।—বিজয় ভঁৰালী একেবাৰে অতিষ্ঠ হৈ উঠিল, আৰু শেষত উপায়হীন হৈ কমলাৰ সুসজ্জিত ড্ৰইং-ৰুমৰ চোফা এখনতে কুঁচি-মুচি বহি লৈ ৰাতি ভাত খোৱাৰ সময়লৈকে কিতাপ পঢ়ি বহি থকা হল। এই অভ্যাসটো কৰিও কিন্তু মনত শান্তি নেপালে তেওঁ, কাৰণ কমলাই ইমান পৰিপাটিকৈ সজাই থোৱা কোঠাটোত বহি তেওঁ নিজকে কিবা অপৰাধীৰ দৰে অনুভৱ কৰে, সেইকাৰণে কোমল-নৰম কুছনবোৰৰ স্বাচ্ছন্দ্যয়ো তেওঁক কোনো আৰাম দিব নোৱাৰে। তেওঁ বহাৰ ফলত যে কুছনবোৰৰ ঢাকনিবোৰৰ ইস্ত্ৰি ভাঙি যাব, লেতেৰা হব, তলত পাৰি থোৱা চাফা কাৰ্পেটত তেওঁৰ ভৰিৰ ধূলি পৰিব, আৰু ফলত কমলা নিশ্চয় তেওঁৰ ওপৰত মনে মনে ৰুষ্ট হব—এই ধৰণৰ ভাববোৰ মনলৈ আহি কোনোদিন ড্ৰইং-ৰুমত বহি স্বস্তি অনুভৱ কৰা নাই বিজয় ভঁৰালীয়ে। এতিয়া আৰু বেছি অস্বস্তি লৈ তেওঁ অতি সঙ্কুচিতভাৱে, অতি সাৱধানতাৰে চোফা এখনৰ চুকত যিমান কম ঠাই পৰা যায় অধিকাৰ কৰি বহি কিতাপ পঢ়িবলৈ ধৰিলে। কিছুদিন যোৱাৰ পিছত বিজয় ভঁৰালীয়ে দেখিলে সঞ্জয় এদিন অফিচৰপৰা আহিয়েই ড্ৰইং-ৰুমৰ আগৰ বাল্বটো গুচাই নিজহাতে আন এটা বাল্ব লগালে। তেওঁ অলপ আচৰিত হল—বাল্বটো তো কালিলৈকে ভালেই আছিল। তেন্তে? কিন্তু মনৰ প্ৰশ্ন তেওঁৰ মনতেই থাকিল, সঞ্জয়ক একো নুসুধিলে। এই এটা বিষয়ত আচৰিত সম্বন্ধ বাপেক-পুতেকৰ, খুব কমেই ইজনে-সিজনক কোনো সাধাৰণ কথাৰ বাবে প্ৰশ্ন কৰি পাইছে। অকল প্ৰশ্নই বা কিয়, কথা-বতৰাই বা দুয়ো দুয়োৰো মাজত কিমান পাতিছে। ইলাৰ মৃত্যুৰ পিছত দুয়ো দুয়োৰো বেছি অন্তৰঙ্গ হৈ আহক ছাৰি আঁতৰি হে যেন গৈছিল। স্বাভাৱিকতেই গহীন বিজয় আৰু গহীন হৈ পৰিছিল; আৰু সঞ্জয়—যাৰ বেছিভাগ কথা-বতৰা,

আদৰ, মান-অভিমান মাকৰ লগতেই চলি আহিছিল—সি যেন হঠাৎ অথৈ সমুদ্রত পৰি কক্‌বকাব ধৰিলে। বাপেকক আশ্রয় হিচাপে আঁকোৱালি লবলৈ বাপেকৰো সেই সময়ত তাৰ দৰেই অৱস্থা। গতিকে সেই দুখৰ পাষাণ-ভাৰত স্তব্ধ সেই মানুহজনৰ ওচৰত আশ্রয়ৰ কোনো আশা নাই, সান্ত্বনাৰ কোনো ভাষা নাই বুলি তাৰ শিশু মনে যেন কিবাকৈ বুজি পাই নিজৰ জগৎ নিজেই সৃষ্টি কৰি ললে। বাপেক-পুতেকৰ দৈনন্দিন জীৱনত ব্যৱধান আৰু বাঢ়ি আহিল। কিন্তু ইলাৰ মাক-দেউতাকে যেতিয়া পোনাক নি নিজৰ লগত ৰাখি ডাঙৰ-দীঘল কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে, তেতিয়া কিন্তু বিজয় ভঁৰালী প্ৰায় আৰ্ত্তনাদ কৰি উঠিছিল—ইলাৰ একমাত্ৰ তেজ-মঙহৰ চিন পোনা, তাক চকুৰ আগত দেখি নেথাকিলে তেওঁ কি লৈ জীয়াই থাকিব? গতিকে তেওঁৰ লগতে থাকি গল পোনা। লগত থকা লগুৱা লৰাটো ভাগ্যক্ৰমে খুব বিশ্বাসী আছিল, গতিকে তাৰ হাতত পোনাৰ ভাৰ দি একৰকম নিশ্চিন্ত হৈ ৰল বিজয় ভঁৰালী। পোনাইও গম্ভীৰ প্ৰকৃতিৰ দেউতাকৰ ওচৰ নেচাপি লগুৱা লৰা বাদলৰ স'তে বেছি অন্তৰঙ্গ হৈ পৰিল।

কিন্তু ইলাৰ মৃত্যুৰ সময়ত পোনাই কোৱা কথাষাৰ যে বিজয় ভঁৰালীয়ে পাহৰা নাছিল পিছত বুজা গল। ছাত্ৰ হিচাপে সঞ্জয়ৰ মনত যদিও কোনো এটা বিশেষ 'লাইন'ৰ প্ৰতি বিশেষ ধাউতি নাছিল, কিন্তু ইঞ্জিনিয়াৰ হোৱাৰ কথা সি সপোনতো ভবা নাছিল। অৱশ্যে প্ৰত্যেক বিষয়তে সি সমানভাৱেই চোকা আছিল, সেইফালৰপৰা তাৰ যি কোনো বিষয় লোৱাত কোনো বাধা নাছিল। কিন্তু ইঞ্জিনিয়াৰ হোৱাৰ কথা সি ভাবিবই নোৱাৰিছিল। কিন্তু বিজয় ভঁৰালীয়ে পুতেকক জনালে যে সি ইঞ্জিনিয়াৰ হে হব লাগিব। দেউতাকৰ কথা অমান্য কৰাৰ সাহস নাছিল সঞ্জয়ৰ, গতিকে ইঞ্জিনিয়াৰে হল সি। ভাবিলে—বহুতো দেউতাকে লৰাক



ইঞ্জিনিয়াৰ হোৱা দেখাৰ হেপাহৰ দৰে ইয়ো একে হেপাহ তাৰ দেউতাকৰ। কিন্তু কোনোদিন সি জানিব নোৱাৰিলে যে মাকৰ মৃত্যুৰ সময়ত মুখত উচ্চাৰিত হোৱা কথাষাৰ দেউতাকে পাহৰিব পৰা নাছিল কোনোদিনে, আৰু মনতে তেতিয়াই তেওঁ সঙ্কল্প কৰি থৈছিল যে পুতেকক অতি বেছি ভাবপ্ৰৱণ হোৱাৰপৰা আঁতৰাবলৈ তেওঁ যথাসাধ্য চেষ্টা কৰিব। সেয়ে ভাবিলে ইঞ্জিনিয়াৰ হলে সেই জীৱন-যাত্ৰাৰ ফলত পুতেকৰ ভাবুক মন বহু পৰিমাণে বহিৰ্মুখী হৈ পৰিব। সুখতকৈ দুখেই য'ত বেছি—সেই মানৱ-জীৱনত ভাবপ্ৰৱণতাই অতিৰিক্ত দুখ কিছুমান হে কঢ়িয়াই আনে। অৱশ্যে স্বভাৱৰ সলনি কৰা সহজ নহয়, কিন্তু পাৰিপাৰ্শ্বিকতাৰ দ্বাৰা অন্ততঃ কিছুদূৰ তো সলনি কৰিব পাৰি। বিজয় ভঁৰালীৰ আশা তাতেই, আৰু সেই আশাৰেই তেওঁ সঞ্জয়ক কলেজত বিজ্ঞান লৈ পঢ়িবলৈ দিলে, আৰু তাৰপিছত ইঞ্জিনিয়াৰিং পঢ়ালে।

অৱশ্যে পুতেকৰ মনৰ লগত সম্বন্ধ নথকা বিজয় ভঁৰালীয়ে কোনোদিন বুজিব নোৱাৰিলে—তেওঁৰ পৰিকল্পনা কিমানদূৰ সফলকাম হৈছিল। পুতেকৰ লগত যি সামান্য কথা-বতৰা চলে, তাৰদ্বাৰা পুতেকৰ মনৰ পৰিচয় পোৱা বৰ সহজ নহয়।

এতিয়া বাৰটো সলোৱা কথাষাৰত সামান্য কৌতূহলে মনত খু-দুৱাই থাকিলেও তেওঁ পুতেকক সেই বিষয়ে একো নোসোধাকৈ থাকিল। কিন্তু গধূলি ড্ৰইং-ৰুমত লাইট জ্বলাই পঢ়িবলৈ বহাৰ লগে লগেই তেওঁৰ প্ৰশ্নৰ উত্তৰ নিজে নিজেই পাই গল। 'চুইচ'টো টিপাৰ লগে লগেই বিজয় ভঁৰালীয়ে দেখিলে যে উজ্জ্বল পোহৰেৰে ঘৰটো ভৰি গল, আৰু সেই মুহূৰ্ত্তত পুতেকৰ প্ৰতি মনটো কৃতজ্ঞ হৈ পৰিল তেওঁৰ। লগতে একধৰণৰ আনন্দও অনুভৱ কৰিলে বিজয় ভঁৰালীয়ে—আপাতদৃষ্টিত তেওঁৰ লগত সঞ্জয়ৰ বেছি যোগাযোগ নথকা যেন লাগিলেও, বাপেকৰ সুখ-দুখৰ প্ৰতি

যে তাৰ যথেষ্ট নজৰ আছে তাকতো বুজা গল। ড্ৰইং-ৰুমৰ লাইটটোৰ পোহৰ যথেষ্ট কম আছিল—এইকেইদিন তেওঁ অলপ কষ্ট কৰিয়ে পঢ়িছিল সেই পোহৰত—সেই কথা তেন্তে লক্ষ্য কৰিছিল সঞ্জয়ে? কিন্তু আকৌ লগে লগেই আন এটা প্ৰশ্নৰ উদয় হল তেওঁৰ মনত—এই লক্ষ্য কৰিলে কোনজনে, সঞ্জয়ে নে কমলাই? তেওঁৰ আৰাম আৰু স্বাচ্ছন্দ্যৰ প্ৰতি কাৰ চকু—কমলাৰ নে সঞ্জয়ৰ?

আৰু সেই প্ৰশ্নৰ উত্তৰো সিদিনাই পাই গল বিজয় ভঁৰালীয়ে। অলপ সৰু আখৰৰ কিতাপ এখন তেওঁ দিনত পঢ়ি আছিল, কিন্তু ৰাতি ড্ৰইং-ৰুমৰ অনুজ্জ্বল পোহৰত পঢ়া সম্ভৱ নহব বুলি ভাবি অইন এখন কিতাপ আনি লৈছিল, এতিয়া আকৌ দিনত পঢ়া কিতাপখনকে নিজৰ কোঠালিলৈ আনিবলৈ যাওঁতে সিটো কোঠালিত কমলাৰ মাত শুনি কাণ দুখন সজাগ হৈ গল; অভ্যাসটো বৰ বেয়া ধৰণেই হৈ গল—নিজকে লৈ বৰ হতাশ মনেৰে ভাবিলে বিজয় ভঁৰালীয়ে। আজি পিছে কমলাৰ মাতটো অলপ তীক্ষ্ণ, নহলে সাধাৰণভাৱে সৰু মাতেৰে কথা কলে তেওঁ গোটেইবোৰ কথা কেতিয়াও বুজি নেপায়, আৰু সেইটোৱে তেওঁৰ মনক সান্ত্বনাও দিয়ে যে জঘন্য অভ্যাসটো হলেও ভাগ্যক্ৰমে সকলো কথা তেওঁ শুনিবলৈ নেপায়। কিন্তু আজি কমলাৰ প্ৰত্যেকটো শব্দই তেওঁৰ কাণলৈ গল। কমলাই কৈছে—"আজি যেতিয়া তুমি 'পাৱাৰফুল বাল্ব' এটাকে লগাই দিলা, দেউতাই আৰু কোনোদিন সন্ধিয়া ড্ৰইং-ৰুম নেৰিব—গাধীৰতে ম'হৰ খুঁটি হল এতিয়া। এনেয়ে চোফাত বহাৰ আৰাম তো আছিলেই—"

—"কিন্তু চোফা তো আৰাম কৰি বহিবৰ কাৰণেই কমলা—" পুতেকৰ মাত শুনিলে বিজয় ভঁৰালীয়ে।

"আৰাম কৰি বহিবৰ কাৰণে হয়, পিছে সেই আৰামৰ দিহা



কৰি থৈছোঁ বাহিৰা আলহী-অতিথিৰ কাৰণে হে, ঘৰৰ মানুহৰ কাৰণেতো নহয়—"

"এইটো তো বেছ নতুন কথা শুনালা কমলা! ঘৰৰ আৰাম, ঘৰৰ স্বাচ্ছন্দ্য ঘৰৰ মানুহৰ কাৰণে নহয়, আলহীৰ কাৰণে হে—"

বিজয়ৰ কথাত তীব্ৰস্বৰে বাধা দি উঠিল কমলাই—"ঘৰৰ মানুহে ড্ৰইং-ৰুমৰ চোফাত বহি আৰাম নকৰিলেও চলে, ঘৰৰ মানুহৰ আৰামৰ বাবে বহুত ঠাই আছে—অন্ততঃ বিচনাতো আছে। আৰু, তুমিতো অন্ততঃ সেই বিচনাৰ আৰামৰপৰা বঞ্চিত হোৱা নাই কেতিয়াও। ঘৰ এটা সাজিব ধৰি ভাগৰ লাগিছে, ভাগৰ লাগিছে বুলি তুমিতো বেছিভাগ সময় বিচনাতে কটাই দিয়া—অথচ মিস্ত্ৰিয়ে ঘৰ সাজিছে, ঠিকাদাৰে কাম চাইছে, বস্তু যোগাৰ কৰিছে, তোমাৰ কাম হল কেৱল অফিচৰপৰা আহি সেই কাম এবাৰ চাই অহা। চাই অহা মানে চকু ফুৰাই অহা হে ওপৰে ওপৰে—ভালকৈ যদি চালাইহেঁতেন আজি ঠিকাদাৰে এটা ঘৰ সাজোঁতেই ইমানবোৰ টকাৰ হিচাপ দিব নোৱাৰিলেহেঁতেন। ইঞ্জিনিয়াৰ এজনকেই চকুত ধূলি মাৰিব পাৰিছে সামান্য ঠিকাদাৰ এজনে। তুমি যে কিয় ইঞ্জিনিয়াৰ হলা মই ভাবিকে নেপাওঁ, তোমাৰ দৰে ইম্‌প্ৰেক্‌টিকেল মানুহ প্ৰফেচৰ-টফেচৰ হব হে লাগিছিল—"

"কিন্তু প্ৰফেচৰ হোৱা হলে তোমাৰ দেউতাৰাই যে মোৰ লগত তোমাক বিয়া নিদিলেহেঁতেন, কমলা?" সঞ্জয়ে হাঁহি হাঁহি কোৱা শুনিলে দেউতাকে।

"সেইবোৰ বাজে কথা এৰা। তুমি হয়তো মনেৰে ভাবিছা দেউতাই চোফাত বহিলে কি ইমান অপৰাধৰ কথা হল—মোক হয়তো মনতে বেয়াও পাইছা! কিন্তু তোমালোকেতো মোৰ কষ্ট নুবুজা, চোফাৰ ঢাকনিবোৰ ধুই-মেলি মই হে ইস্ত্ৰি কৰি থব লাগে।

এটা ৰবিবাৰে মাত্ৰ সময় পাওঁ, কত কাম থাকে মোৰ। তাত যদি এজন মানুহ অনবৰত বহি থাকে, খুব সঘনে ঢাকনিবোৰ লেতেৰা হব, ইস্ত্ৰি ভাঙিব, মোৰ মেহনতো দুগুণে বাঢ়িব—সেইবোৰ তো নেভাবা তোমালোকে—"

"কমলা!" হঠাৎ সঞ্জয়ৰ চিঞৰত প্ৰায় উচাপ্ খাই উঠিল বিজয় ভঁৰালী।—"তোমাৰ সেই ঢাকনি-চাকনিবোৰ মই এতিয়াই ফালি পেলামগৈ, তোমাৰ মেহনতো যাব মোৰ দেউতায়ো আৰামত বহি কিতাপ এখন পঢ়িবলৈ পাব। মনত ৰাখিবা—মোৰ দেউতাৰ অলপ সুখ, অলপ আৰামৰ আগত মোৰ আন সকলো তুচ্ছ—"

কমলাই ইয়াৰ পিছত কি কয় তাক শুনিবলৈ আৰু বিজয় ভঁৰালী তাত এখন্তেকো নৰল, খুব নিঃশব্দে, চোৰৰ খোজেৰে গৈ তেওঁ আকৌ ড্ৰইং-ৰুম পালেগৈ। যি কিতাপ বিচাৰি তেওঁৰ কোঠালিত সোমাইছিল, সেই কিতাপ কিন্তু অনাই নহল। ড্ৰইং-ৰুমত সোমাই তেওঁ বহুত পৰ থিয় হৈ ৰল, আৰু শূন্যদৃষ্টিৰে একেথৰে সুসজ্জিত চোফাবোৰলৈ চাই থাকিল, চায়ে থাকিল। তাৰপিছত মূৰত হাত বুলাই খুব অস্ফুটস্বৰে, প্ৰায় নিজৰ মনৰ ভিতৰত কোৱাৰ দৰেই কৈ উঠিল— 'তোমাৰ ওচৰলৈ মোক মাতি নিনিয়া কিয় ইলা, মোৰতো পৃথিবীত আৰু কোনো কাম বাকী নাই, মইতো এতিয়া সংসাৰৰ ভাৰ হে মাত্ৰ...'

কিন্তু আচৰিত কথা, মনত কিন্তু কোনো দুখৰ অনুভূতি যেন জগা নাছিল বিজয় ভঁৰালীৰ। হঠাৎ যেন মনটো একধৰণৰ নতুন সুখৰ জ্যোতিত উদ্ভাসিত হৈ উঠিল।

'সঞ্জয়ে তেন্তে তাৰ বুঢ়া অকামিলা বাপেকটোৰ কাৰণে ইমান বেছি চিন্তা কৰে?'

এই কথাটো ইলা ঢুকুৱাৰ আজি অত বছৰৰ মূৰত প্ৰথমবাৰৰ কাৰণে গম পালে বিজয় ভঁৰালীয়ে।



'কিন্তু কমলাক এইদৰে চিঞৰি প্ৰায় ডাবি দিয়াৰ দৰে কৰি কথা কোৱা উচিত হোৱা নাই সঞ্জয়ৰ। একেবাৰে উচিত হোৱা নাই।' অৱশ্যে আজি হে তেওঁ সঞ্জয়ৰ ইমান ডাঙৰ মাত শুনিলে, বোধহয় তেওঁৰ কথা বুলিয়েই সঞ্জয়ে ধৈৰ্য্য ধৰিব নোৱাৰিলে—তেওঁৰ কথা বুলিয়েই। মনটো বহুত পৰ অভিভূত হৈ ৰল বিজয় ভঁৰালীৰ।

কিন্তু অলপ পৰৰ পিছতে আন এটা কথাই এইবাৰ তেওঁৰ মনটো অধিকাৰ কৰিলে। সঞ্জয়ৰ যে ঘৰ বন্ধাৰ প্ৰতি কোনো উৎসাহ, উদ্দীপনা নাই সেইটো তো আজি ভালকৈ ওলাই পৰিল। য'ত মনৰ প্ৰেৰণা নেথাকে, তাত অলপ কাম কৰিও ভাগৰ লাগে। নিজৰ অতীত জীৱনৰ কথা মনত পৰি গল বিজয় ভঁৰালীৰ—কোনোদিন কোৰ মৰাৰ অভ্যাস নাছিল তেওঁৰ, কিন্তু কি প্ৰেৰণাৰ বলত তেওঁ অফিচত দিনটো খাটি অহাৰ পিছতো আবেলি আকৌ কোৰ মাৰিছিল, বাগানত কাম কৰি কৰি গোটেই আবেলিটো পাৰ কৰি দিব পাৰিছিল—কেনেকৈ? আজিতো তেওঁ নিজ কাণেৰে শুনিলে যে সঞ্জয়ৰ অফিচৰপৰা আহি ঘৰ বন্ধা কাম চাইও ভাগৰ লাগে। এই ভাগৰৰ কাৰণ কি? শৰীৰৰ নে মনৰ? দুয়োটাই চিন্তাৰ কাৰণ। ডেকা মানুহ এজনৰ যদি ইমানেই ভাগৰ লাগে যে, অফিচৰপৰা আহি ঘৰৰ মটৰখন লৈ গৈ ঘৰ এটা বন্ধা কাম চাই আহি বিচনাত শুই থাকিবলগীয়া হয়, তেন্তে নিশ্চয় কোনো অজানা বেমাৰে ভিতৰে ভিতৰে ক্ৰমে জীৱনী-শক্তি ধ্বংস কৰি আনিছে তাৰ। বৰ ভয়লগা কথা! কিন্তু দ্বিতীয় কাৰণটো হলেও তো কম ভয়লগা কথা নহয়। শৰীৰৰ বেমাৰতকৈ মনৰ বেমাৰ জানো কম ভয়াবহ? তেওঁৰ নিজৰ মন বোলা বস্তুটোৰ বোধহয় কেতিয়াবাই মৃত্যু হৈছে—মনৰ প্ৰয়োজন, মনৰ ইচ্ছা—এনেকুৱা কথাবোৰ তেওঁ প্ৰায় পাহৰিয়ে গৈছে। কিন্তু তাৰবাবে তেওঁৰ কাৰণ আছে। মন-প্ৰাণ

সমৰ্পণ কৰি দিয়া কথাটো এদিন তেওঁৰ বাবে আক্ষৰিক সত্যই আছিল। যাক সমৰ্পণ কৰিছিল সেইজনৰ মৃত্যুৰ লগে লগে অতি স্বাভাৱিকভাৱেই তেওঁৰ মন-প্ৰাণৰো অপমৃত্যু ঘটিছে। এদিন জগতে কেৱল জানিছিল যে ইলা নামৰ ছোৱালীজনীৰ জীৱনটো শেষ হৈ গল—কিন্তু এইটো হলে কোনেও নেজানিলে যে লগতে তাইৰ গিৰিয়েকৰ জীৱনটোও শেষ কৰি থৈ গল। কিন্তু তেওঁৰ কথা সম্পূৰ্ণ বেলেগ—তাৰোপৰি তেওঁ এতিয়া জীৱনৰ অপৰাহ্নত উপনীত হৈছেহি, কিন্তু জীৱনৰ এই আৰম্ভণিতে যদি সঞ্জয়ৰ মনৰ এনেকুৱা এটা অৱস্থাই হয় যে সামান্য কাম এটা কৰিও ভাগৰ লাগি থাকে, বিচনাত শুই থাকিবৰ মন যায়—সেইটো তো অলপ চিন্তাৰ বিষয় নহয়। হঠাৎ বৰ বিবুদ্ধিত পৰি যায় বিজয় ভঁৰালী—কি কৰে এতিয়া তেওঁ, কাৰ লগত পৰামৰ্শ কৰে তেওঁ? নিজকে বৰ নিঃসঙ্গ, বৰ অসহায় লাগি যায় বিজয় ভঁৰালীৰ। কমলাক মাতি সুধিব পাৰে কি হৈছে সঞ্জয়ৰ, কি ধাৰণা তাইৰ সঞ্জয়ৰ এই অৱস্থা সম্বন্ধে—কিন্তু লগতে এইটো কথাও মনত পৰি গল যে কমলাৰ কাৰণেইতো এনে হব পাৰে সঞ্জয়ৰ। কিবা কাৰণে হয়তো কমলাক লৈ সম্পূৰ্ণ সুখী হব পৰা নাই সঞ্জয়, হয়তো ঘৰ এটা সজাৰ আচল প্ৰেৰণা যোগাব পৰা নাই কমলাই? মনটো ছটফটাই উঠে বিজয় ভঁৰালীৰ, সেই অসহায় আৰু নিঃসঙ্গ ভাবটো যেন আৰু বাঢ়ি যায় তেওঁৰ। কিন্তু কিয় এনে হল, এনেতো হব নেলাগিছিল—কমলাকতো তেওঁ বহুত চাই-মেলি বৰ পচন্দ কৰিয়েই ঘৰৰ লক্ষ্মী কৰি আনিছিল, এনে ঘৈণীয়েক পাই সঞ্জয়েতো বৰ সুখী হব বুলিয়েই ধাৰণা কৰিছিল তেওঁ। তেৱেঁইতো অকল নহয়, আন মানুহ-দুনুহেওতো তাকেই ভাবে। বহুতে এতিয়াও মুখ ফুটাই প্ৰশংসা কৰে যে বিজয় ভঁৰালীৰ পচন্দ বৰ ঠিক—ক'বপৰানো এনে এজনী ৰূপে-গুণে লক্ষ্মী-সৰস্বতী ছোৱালী বিচাৰি



উলিয়ালে। কিন্তু আকৌ মনটো ধৰ্‌ফৰাই উঠে তেওঁৰ—'বাহিৰা মানুহৰ প্ৰশংসাৰেনো কি হব, ভিতৰতে য'ত কেণা, বাহিৰৰ হাজাৰ প্ৰশংসায়োতো তাক আঁতৰাব নোৱাৰে।'

নিজৰ চিন্তাত ইমানেই নিমগ্ন হৈ আছিল বিজয় ভঁৰালী যে কেতিয়া তেওঁ চোফা এখনৰ এচুকত বহি পৰিছে, কেতিয়া যে কিতাপখন হাতত তুলি লৈছে খেয়ালেই নাছিল। খেয়াল হল কোনোবা এজনৰ মাতত। প্ৰথমে কিন্তু মানুহজনেনো কি কৈছে তাকো যেন হৃদয়ঙ্গম হোৱা নাছিল তেওঁৰ, ইমানেই অন্যমনস্ক হৈ আছিল। দ্বিতীয়বাৰ সোধাত হে কাণত সোমাল। সঞ্জয় ঘৰত আছে নে নাই সুধিছে মানুহজনে। এইবাৰ হলে বহাৰপৰা প্ৰায় জাঁপ মাৰিয়ে উঠিছিল তেওঁ—"হয় আছে, আছে, আপুনি ভিতৰত আহি বহকহি, মই মাতি দিছোঁ—" ভিতৰলৈ যাবলৈ ওলাইও কিবা এটা মনত পৰাৰ দৰে বিজয় ভঁৰালী এখন্তেক থমকি তললৈ হালি তেওঁ বহা চোফাৰ চুকটোৰ ঢাকনিখন অলপ জোকাৰি টানিটুনি ঠিক কৰি লাহে লাহে ভিতৰলৈ সোমাই গল।

'মই তেন্তে আকৌ নিজেই কব নোৱাৰাকৈয়ে চোফাত বহি পৰিছিলোঁ'—বিজয় ভঁৰালীয়ে ভাবিলে। অথচ নবহিয়ে বা কৰে কি তেওঁ? আজিয়েই যদি হঠাৎ তেওঁ আকৌ নিজৰ কোঠালিত বহি পঢ়িবলৈ আৰম্ভ কৰে, বিশেষকৈ উজ্জ্বল পোহৰৰ নতুন বাল্ব লগাই দিয়াৰ পিছত, কমলাহঁতে বাৰু সন্দেহ নকৰিব নে যে তেওঁ সিহঁত দুটাৰ ভিতৰত হোৱা কথা-বতৰা শুনিছে। সেই লাজ তেওঁ ক'ত ৰাখিব? আনহাতে কমলাৰ অসন্তুষ্টিৰ কথা জানি বহিবৰো যে মন নেযায়। মনটো অশান্তিৰে ভৰি যায় বিজয় ভঁৰালীৰ। অতি সামান্য কথা লৈ জগতত মানুহৰ এনে বিপদো হব লাগে নে বাৰু!

ভাবি ভাবি সেই প্ৰসঙ্গত আকৌ সঞ্জয়ে কমলাক কোৱা কথাবোৰ তেওঁৰ মনত পৰি যায়—'মনত ৰাখিবা কমলা, দেউতাৰ অলপ

সুখ, অলপ স্বাচ্ছন্দ্যৰ আগত মোৰ আন সকলো তুচ্ছ!' কাণত বাজি থাকে কথাষাৰ। সঞ্জয়ে ইমান ভাবে তেওঁৰ কাৰণে, ইমান চকু সঞ্জয়ৰ তেওঁৰ সুখ-দুখৰ কাৰণে? মনটো সুখী হব গৈও কিন্তু আকৌ অশান্তিৰে ভৰি উঠে বিজয় ভঁৰালীৰ—স্বাৰ্থপৰৰ দৰেতো তেওঁ কেৱল নিজৰ সুখৰ কথাকে ভাবিছে, কিন্তু পুতেকে দিয়া সুখৰ বিনিময়ত তেওঁ তাক কি দিছে বাৰু? তাৰ এনে এখন ঘৰ পাতি দিলে তেওঁ—যাৰ বিনিময় ফল হল এয়ে যে আজি তেওঁৰ পুতেক অকালতে বুঢ়াৰ দৰে হৈছে, অলপ কাম কৰিয়েই ভাগৰত বিচনাৰ আশ্ৰয় লবলগীয়া হৈছে তেওঁৰ পুতেকে। মনৰ ভিতৰৰ ছটফটনিটো আকৌ জাগি উঠে। নিজৰ পুতেক, অতি হেপাহৰ একমাত্ৰ পুতেক, ইলাৰ অস্তিত্বৰ একমাত্ৰ চিন—গতিকে ভাগ্যক মনা বিজয় ভঁৰালীয়ে আজি আৰু নিজকে সান্ত্বনা দিব নোৱাৰে যে তেওঁতো ভাল হব বুলিয়ে বহুত আগ-পাছ গুণি সঞ্জয়ৰ ঘৰখন পাতি দিছিল। তাৰপৰা অমৃতৰ সৃষ্টি হব বুলিয়েই বিশ্বাস কৰি তেওঁ তেওঁৰ কৰ্ত্তব্য সম্পাদন কৰিছিল, কিন্তু এতিয়া যদি অমৃত নহৈ বিষৰ হে জন্ম হয় তাৰবাবেতো তেওঁ দায়ী নহয়, দায়ী তেওঁৰ পুতেকৰ ভাগ্য।

ৰাতি ভাত খাবৰ পৰত বিজয় ভঁৰালীৰ ঘৰখন নিজান মৰিশালি এখনৰ দৰে লাগিল। অকলে অকলে বহি তেওঁ কিছুপৰ ভাত খালে, তাৰপিছত আৰু খাব নোৱাৰি উঠি গল। ভাবিতে আহি সুধিলে—কিয় ভাত এৰিলে তেওঁ, কিবা বেয়া পালে নেকি। তেওঁ তাক নিৰ্ভয় দিলে যে একো বেয়া হোৱা নাই, আনদিনাৰ দৰেই বেছ ভাল হৈছে ৰন্ধা-বঢ়া, তেওঁৰ হে কেৱল গাটো সিমান ভাল লগা নাই। অ'—আৰু এটা কথা, পিছমুহূৰ্ত্ততে সাৱধান হৈ বিজয় ভঁৰালীয়ে ভাবিতক কলে—তেওঁৰ গা ভাল নাই এনে কথা যেন সি ভুলতো সঞ্জয়হঁতক নকয়, মিছা-মিছি এই ৰাতিখন চিন্তা



কৰিব সিহঁতে, আৰু আচলতে গাটো ভালেই আছে তেওঁৰ—তাৰ মানে হল কি—আবেলি কি খাই যেন তেওঁৰ পেটটো অলপ বেয়া লাগি আছে।

ভাবিতক হোৱাই-নোহোৱাই এসোপা কথা কৈ কিছুপৰ স্তব্ধ হৈ বল বিজয় ভঁৰালী। কি হৈছে বাৰু আজি তেওঁৰ?

ইয়াৰ পিছত সঞ্জয় আৰু কমলা ভাত খাবলৈ আহিব। এইটোৱে নিয়ম। সদায় প্ৰথমতে বিজয় ভঁৰালীক খাবলৈ দিয়া হয়, তাৰপিছত সঞ্জয়হঁত খাবলৈ আহে। অৱশ্যে ৰাত্ৰিৰ হে ব্যৱস্থা এইটো। দিনত সদায় আগতে ভাত খায় কমলাই, কাৰণ তাইৰ স্কুল আছে। তাৰপিছত শহুৰেকক খাবলৈ দিয়ে ভাবিতে। বিজয় ভঁৰালীৰ ইচ্ছা যায় তেওঁ পুতেকলৈ বাট চায়। কিন্তু সঞ্জয়ে তাত খুব আপত্তি কৰিব পাৰে বুলি ভাবিয়ে তেওঁ মুখ ফুটাই সেই ইচ্ছা প্ৰকাশ নকৰে। সকলোতকৈ শেষত খায় সঞ্জয়ে। দুপৰীয়া খাবৰ কাৰণে সিহঁতে মাজতে ছুটী পায়। বিজয়ৰ ভাবি বেয়া লাগে যে সঞ্জয়ে ভাত খায়মানে—ভাত বোধহয় কৰ্কৰীয়া হৈ যায়। তেওঁ গৈ ভাবিতক একোবাৰ সোধেগৈ—'পোনাৰ ভাত-আঞ্জাখিনি গৰম কৰি ৰখাৰ ব্যৱস্থা কৰি থৈছ তো?' অৱশ্যে এইটো কথাও ভাবে তেওঁ যে কমলায়ো নিশ্চয় ভাবিতক শিকাই থৈ গৈছে যে অফিচৰপৰা আহিলে সঞ্জয়ক যেন ভাত-আঞ্জা গৰম কৰি দিয়া হয়।

এতিয়া তেওঁ ভাত খাই উঠিল। ভাবিত গৈ অলপ পিছত সিহঁত দুটাক ভাত খাব মাতিবগৈ। বিজয় ভঁৰালীৰ চাবৰ মন গল কমলায়ো তেওঁৰ দৰে ভাত এৰে নেকি পাতত। আজি তেওঁৰ বাবেই কমলাই সঞ্জয়ৰপৰা টান কথা শুনিবলগা হৈছে। মন বেয়া লাগি কমলাই সম্পূৰ্ণ ভাত খাব পাৰে নে নোৱাৰে বা। নে অভিমানত ভাতৰ ওচৰলৈকে নাহে। আৰু তেওঁৰ চাবৰ মন

গল সঞ্জয়ক। ভাগৱত তাৰ ক্লান্ত মূৰ্ত্তিটো কেনে হৈছে এবাৰ চাবৰ মন গল। ঘৰটো ইমান নিজান লাগিছে। সঞ্জয় বা কমলা কাৰো কোনো কথাৰ শব্দ আহি এবাৰো তেওঁৰ কাণত পৰা নাই। আৰু তেওঁতো ভালকৈ জানে এই স্তব্ধতাৰ মূলতে দায়ী তেৱেঁই। অৰ্থাৎ কমলা আৰু সঞ্জয় দুয়োৰো অশান্তিৰ বাবে জগৰীয়া তেওঁ, তেওঁ বিজয় ভঁৰালী। সিহঁত এহাল দম্পতীৰ সুখৰ ঘৰ এখন তেওঁৰ কাৰণেই গঢ় লৈ উঠিবলৈ নেপালে।

পিছদিনা আবেলি কিন্তু এনে এটা ঘটনা ঘটিল, যাৰ বাবে বিজয় ভঁৰালীয়ে আকৌ নতুনকৈ ভাবিবলগা হল যে তেওঁ আগদিনা বোধহয় সকলো কথা তিলকে তাল কৰি ভাবিলে—নহলে আগদিনা ইমান অসুখী বুলি ভাবি লোৱা দম্পতীহাল আজি আকৌ কেনেকৈ ইমান ফুৰ্ত্তিৰে ঘৰ বন্ধা কাম চাবলৈ ওলাব পাৰে?

সিদিনা আছিল শনিবাৰ। আবেলি চাৰি বজাৰ পিছত কমলা প্ৰায় হাঁহি মুখেই শহুৰেকৰ ওচৰলৈ আহি কলে—"দেউতা, আমাৰ ঘৰ বন্ধা কাম আৰম্ভ হল নহয়, আপুনিতো এবাৰো যোৱা নাই চাবলৈ, আজি এবাৰ চাই আহোঁগৈ বলক।"

এইকেইটাই কথা, কিন্তু তাতেই হঠাৎ অতি বেছি খুচি হৈ গল বিজয় ভঁৰালী।

"মইনো আৰু কেলেই যাব লাগিছে? তোমালোকেই চাই আহাগৈ আই—" মুখত খুব মোলায়েম হাঁহি বিৰিঙাই কলে বিজয় ভঁৰালীয়ে।

"নহয় দেউতা, আপুনিও এবাৰ নিজে চাই অহা ভাল। তেৱোঁ মোক পঠিয়াই দিছে আপোনাক যেনে তেনে আমাৰ লগত উলিয়াই নিবলৈ।"

অ' তেন্তে ঘৰ চাবলৈ নিয়াৰ আচল গৰজ পোনাৰ হে, কমলাৰ নহয়? কিন্তু তথাপি সন্তুষ্টিৰ ভাবটো অক্ষুণ্ণই থাকি গল তেওঁৰ,



আৰু তাৰপিছত দ্বিতীয়বাৰ আৰু কোনো আপত্তি নকৰি বোৱাৰীয়েকৰ কথামতে ঘৰ বন্ধা কাম চাবলৈ যাব ওলাল বিজয় ভঁৰালী।

গাড়ীত উঠি বহাৰ পিছত, পুতেকে গাড়ী চলাবলৈ আৰম্ভ কৰাৰ পিছত কিন্তু হঠাতে এক গভীৰ বিষাদৰ অনুভূতিয়ে সমস্ত সত্তা অধিকাৰ কৰি পেলালে তেওঁৰ। গোটেই বাটেই অন্যমনস্ক হৈ বল বিজয় ভঁৰালী। 'ঘৰ? ইলাৰ মাটিত সাজিব ধৰা ঘৰ চাবলৈ ওলাইছে তেওঁ…'

আজি বহুত বছৰৰ পিছত বিজয় ভঁৰালীয়ে নিজৰ মাটিত ভৰি দিলেহি। প্ৰথমে তেওঁ মাটিডোখৰ চিনিবই পৰা নাছিল, আৰু চিনিব পৰা নাছিল তেওঁলোকৰ মাটিৰ ওচৰৰ ঘৰবোৰো। প্ৰথম যেতিয়া তেওঁ এই মাটিডোখৰ কিনে, তেতিয়া তাৰ পশ্চিমফালে মাত্ৰ এঘৰ মানুহৰ ঘৰ এটা আছিল। বাকী তিনিওফালে আছিল জাৰ্ম্মান-বনৰ জঙ্গল। এতিয়া বিজয় ভঁৰালীয়ে দেখিলে তেওঁৰ মাটিৰ চাৰিওফালে কেৱল ঘৰ আৰু ঘৰ। পশ্চিমফালে আগেয়ে যিটো ঘৰ আছিল তাৰ সমুখতে আছিল এখন ফল-মূল, গছ-গছনিৰ বাগিচা। তামোল, নাৰিকল, আম্‌লখি আৰু কঁঠাল—এইকেইডাল গছ চিনি পাইছিল বিজয় ভঁৰালীয়ে সেই বাগিচাখনত। কিন্তু ইলাই তাৰ ভিতৰত আৰু কেইডালমান গছ চিনাই দিছিল তেওঁক। 'সৌ গছডাল যে দেখিছে, সৌ আম্‌লখিডালৰ ওচৰতে, সেইডাল হল বক-ফুলৰ গছ। বগলীৰ দৰে বগা আৰু বগলীৰ পাখিৰ দৰে মিহি আৰু চেপেটা ফুল সেই গছত লাগে কাৰণেই বোধহয় তাৰ নাম বক-ফুলৰ গছ। সেই ফুলবোৰ ভাজি খায়, জানে? এতিয়া পিছে গছত মই এটাও ফুল দেখা নাই। আৰু সৌ যে ওখ গছডাল, কঁঠাল গছৰ সিফালেই সেইডাল হল কঁঠাল-চম্পা ফুলৰ গছ। পিছে ফুলবোৰ পুৰঠ হলে মই

হলে কঁঠালৰ গোন্ধতকৈ তাত পকা মালভোগ কলৰ গোন্ধ হে বেছি পাওঁ।......পিছে মানুহ-ঘৰে কিয় যে ফুল-ফল সকলোৰে গছবোৰ এনেকৈ সান-মিহলি কৰি ৰুইছে—মই পিছে আমাৰ ইয়াত ঘৰ সাজিব ধৰিলেই তেওঁলোকৰপৰা বক-ফুল আৰু চম্পা-ফুলৰ ডাল আনি আমাৰ মাটিত ৰুম—' ইলাই কৈছিল সিদিনা। কমলাই হয়তো ইলাৰ দৰে তেনেকৈ বক-ফুল, চম্পা-ফুলৰ গছ ৰোৱাৰ কথা এবাৰো নেভাবিলেহেঁতেন, আৰু ভাবিলেহেঁতেনো যদি ক'ৰবাৰ চুকে-কোণে অকণমান মাটি উলিয়াই ৰোৱাৰ কথা, তাৰবাবে কিন্তু তেতিয়া কমলাৰ চকুৰ আগত পশ্চিমফালৰ ঘৰটোত কোনো ফুল বা ফলৰ গছৰ অস্তিত্বই নাছিল। বিজয় ভঁৰালীয়ে যেতিয়া নিজৰ এই মাটিডোখৰলৈ আহিছিল, তেতিয়া পশ্চিমফালৰ ঘৰটোত এই বাগানখন আছিল, কিন্তু আজি আহি তেওঁ দেখিলে যে সেই বাগানখন নাই, তাৰ ঠাইত এটা নতুন কংক্রীটৰ ঘৰ হে আছে। গতিকে বিজয় ভঁৰালীৰ মনত এনে লাগিল যেন কোনোবা যাদুকৰৰ যাদু-দণ্ডৰ পৰশ লাগি ভোজ-বাজীৰ দৰে এখন বাগিচা একেৰাতিৰ ভিতৰতে এটা দালান-ঘৰলৈ ৰূপান্তৰিত হৈ গৈছে।

নিজৰ মাটিলৈ ইমানদিন নহাটো সম্ভৱ হৈ আছিল বিজয় ভঁৰালীৰ, আৰু যেতিয়া সঞ্জয়হঁতক মাটিডোখৰ দেখুৱাৰ প্ৰয়োজন হৈছিল, সেই কামটো কৰি দিছিল সঞ্জয়ৰ মোমায়েকেই। মাটি টুকুৰা কিনি দিছিল সঞ্জয়ৰ ককাদেউতাকেই, গতিকে বিজয় ভঁৰালীতকৈ মাটিডোখৰৰ লগত সঞ্জয়ৰ ককাদেউতাক বা তেওঁৰ পুতেকহঁতৰ পৰিচিতি বেছি আছিল। এতিয়া অৱশ্যে তেওঁ আৰু জীৱিত নাই, সঞ্জয়ৰ আইতাকৰো মৃত্যু হৈছে। মোমায়েকহঁতৰ লগত সঞ্জয়ৰ থাকিবলগীয়া ঘনিষ্ঠতাখিনি আছিল। তাৰপিছত এদিন মোমায়েক এজনে তাক লৈ গৈ মাটিডোখৰ দেখুৱাই দিছিল, আৰু লগতে ইয়াকো বুজাইছিল যে সঞ্জয়হঁতে এতিয়া আৰু এনেকৈ মাটিডোখৰ পেলাই ৰখা উচিত নহব, সোনকালে ঘৰ এটা বন্ধা ভাল হব।

বহুতপৰ ৰ লাগি বিজয় ভঁৰালী পশ্চিমফালৰ ঘৰটোলৈ চাই থাকিল। অকলতো আগফালেই নহয়, পাছফালেও নতুন ঘৰ এটা উঠাইছে মানুহ-ঘৰে। কেৱল ঘৰ আৰু ঘৰ, যিফালেই চকু যায় সিফালেই চকুহাল নতুন নতুন ঘৰবোৰত প্ৰতিহত হৈ ঘূৰি আহে বিজয় ভঁৰালীৰ। বহুতদিন আগতে যেতিয়া ইলা আৰু তেওঁ এইদৰে এই মাটিডোখৰত থিয় হৈছিলহি, তেতিয়া ঠাইখনৰ চাৰিওফালৰ অপূৰ্ব্ব শ্যামলিমাই তেওঁলোক দুয়োৰো চকু জুৰ পেলাই দিছিল। ইলাৰ ভাগ্য ভাল যে আজিৰ এই আচহুৰা প্ৰস্তৰ নগৰীখন চাবলৈ তেওঁ জীয়াই নেথাকিল, আৰ্ত্তনাদ কৰি উঠিলহেঁতেন বোধহয় ইলাই। ইলাৰ দৰে গছ-গছনিক লৈ কোনো ভাববিলাস নেথাকিলেও, আজি চাৰিওফালৰ এই অগণন ঘৰবোৰলৈ চাই বিজয় ভঁৰালীৰ এটা দীৰ্ঘ-নিশ্বাস ওলাই আহিল—মানুহ সভ্য-শিক্ষিত হৈছে, মানুহ প্ৰগতিৰ জখলাত ঢাপে-ঢাপে উঠি গৈছে, আৰু সেই প্ৰগতিৰ এটা প্ৰতীক যেন এই ধুনীয়া ন ন ডিজাইনৰ ঘৰবোৰ। অৰণ্য—য'ত হয়তো এতিয়াও মিহলি হৈ আছে আদিম বৰ্ব্বৰতাৰ গোন্ধ, তাক মানুহৰ প্ৰগতিকামী মনে বিনা দ্বিধাই নিষ্ঠুৰভাৱে এফালৰপৰা ধ্বংস কৰি আনিছে।

"দেউতা, আপুনি দেখোন একো চোৱাই নাই। এইফালে আহি চাওকহিচোন, মই ভবাতকৈ কাম কিন্তু বেছি দূৰ আগবাঢ়িছে।"

কমলাৰ মাতত যেন গালৈ চেতনা আহিল বিজয় ভঁৰালীৰ। কিন্তু কমলাৰ কথাতো সত্য নহয়—তেওঁতো নোচোৱা নহয়, নিজৰ নহলেও অতপৰেতো আনৰ ঘৰবোৰেই চাই আছিল তেওঁ।

কমলাৰ নিৰ্দ্দেশ অনুসাৰে কমলাহঁত থকা ঠাইলৈ আগবাঢ়িবলৈ ধৰি হঠাৎ বিজয় ভঁৰালীৰ চকু কমলালৈ গল—ইমান ধুনীয়া লাগিছে বোৱাৰীয়েকক! আজি যেন প্ৰথমবাৰৰ কাৰণে হে তেওঁ বোৱাৰীয়েকক দেখিলে। অস্তগামী সূৰ্য্যৰ শেষ ৰশ্মি—যাৰ অপূৰ্ব্ব সোণালী আভাই বহুতো অসুন্দৰীকো কেইমুহূৰ্ত্তমানৰ কাৰণে সুন্দৰী কৰি তোলে—সেই সময়ত আহি পূৰ্ণভাৱে কমলাৰ গালে-মুখে, সমস্ত শৰীৰত পৰিছিলহি। সেই মনোহৰ মূৰ্ত্তিটোলৈ এক পলক ৰ লাগি চাই হঠাৎ বিজয় ভঁৰালীয়ে অনুভৱ কৰিলে—বোৱাৰীয়েকক ইমান ধুনীয়া লাগিলেও যেন তেওঁৰ মনটো ঠিক তৃপ্ত হব পৰা নাই। কমলাৰ সমস্ত দেহটোৰ কি এক অসৌন্দৰ্য্যই যেন তেওঁৰ চকু দুটাক পীড়া দিছে, মনটো পৱিত্ৰ, আনন্দ আৰু স্নেহত ভৰি উঠাৰ পৰিবৰ্ত্তে যেন কিবা এক অস্বস্তিৰ কাঁইটে খচ্‌খচাই আছে—আৰু তেনেকৈ আৰু এক-মুহূৰ্ত্তমান চাই থকাৰ পিছত যেন বিজয় ভঁৰালীৰ মনত বিজুলী চমকৰ দৰে তাৰ কাৰণটো স্পষ্ট হৈ গল—ইমান ৰুচি বিগৰ্হিত পোছাক পিন্ধিছে কমলাই! পাতল কাপোৰ এখন গাত এনেকৈ টানি টানি মেৰাই পিন্ধিছে যে ফলত তাইৰ সমস্ত দেহ প্ৰকট হৈ ওলাইছে—এনে এটা ব্লাউজ পিন্ধিছে যে কান্ধৰ আধাৰপৰা তাইৰ দীৰ্ঘ শুভ্ৰ বাহু অনাবৃত হৈ সূৰ্য্যৰ ৰঙা পোহৰত জিলিকি উঠিছে। ইমান-দিনলৈ জাৰৰ দিনেই আছিল, গতিকে বোৱাৰীয়েকক এনে পোছাকত আগতে দেখা নাছিল বিজয় ভঁৰালীয়ে—এতিয়া হয়তো গৰম পৰিবলৈ আৰম্ভ কৰাই স্কুললৈও এই পোছাক পিন্ধি যাবলৈ ধৰিছে কমলাই, কিন্তু স্কুলত যাবৰ পৰততো তেওঁ কমলাক কোনোদিন তেনেকৈ দেখাই নাই।

আজি বোৱাৰীয়েকৰ এই মূৰ্ত্তি দেখি বিজয় ভঁৰালীয়ে ভাবিলে—ৰবীন্দ্ৰনাথে কৈছিল—'আমাৰ এই দেহখানি তুলে ধৰ, তোমাৰ ঐ দেবালয়ের প্ৰদীপ কৰ'—কিন্তু আজিৰ ছোৱালীবোৰে এইবোৰ কি কৰিব ধৰিছে নিজৰ দেহবোৰক লৈ। দেৱালয়ৰ প্ৰদীপ নকৰি সিহঁতে কৰিব ধৰিছে প্ৰদৰ্শনীৰ বস্তু। সিহঁতে পাহৰি গৈছে যে অতি বেছি প্ৰকটিত কৰা দেহটোক লৈ পুৰুষৰ কামনা জাগিব পাৰে মাত্ৰ, কিন্তু সেই দেহক লৈ কোনোদিন কোনো ৰোমাঞ্চ জাগিব নোৱাৰে। কোনো অজান ৰহস্যৰ আকৰ্ষণেৰে পুৰুষৰ মনক টানিব নোৱাৰে, আৰু সেই অশ্লীল অতি স্পষ্ট দেহক লৈ কোনো কবিয়ে কেতিয়াও সৌন্দৰ্য্যৰ মধুৰ বন্দনা গান ৰচাৰ কোনো প্ৰেৰণাই বিচাৰি পাব নোৱাৰে।

আৰু কিবা ভাবিব ধৰোঁতেই হঠাৎ বিজয় ভঁৰালীৰ চাবুকৰ কোব খোৱাৰ দৰে মনত পৰি গল যে তেওঁ বোৱাৰীয়েকৰ শৰীৰটোক লৈ এইবোৰ কি ৰুচি-বিগৰ্হিত কথা ভাবিছে—তেওঁ বিপত্নীক, বৃদ্ধ, কমলাৰ শহুৰেক। ছিঃ ছিঃ ছিঃ—মুহূৰ্ত্ততে আত্মধিক্কাৰেৰে ভৰি গল বিজয় ভঁৰালীৰ মনটো—ছিঃ ছিঃ ছিঃ—বুঢ়া হৈ তেওঁৰ সঁচায়ে ভালকৈয়ে প্ৰকৃতি লৰিছে···ছিঃ ছিঃ ছিঃ···

পৰম তিক্ততা আৰু ধিক্কাৰেৰে ভৰি পৰা মন এটা লৈ কমলাহঁতৰ কথামতেই বিজয় ভঁৰালীয়ে বোৱাৰীয়েকে দেখুৱাই আৰু বুজাই দিয়া মতেই ঘৰৰ ভেটিটো আৰু আধা-বন্ধা দেৱালবোৰ চাই যাবলৈ ধৰিলে, আৰু মুখেৰে কেৱল এটা শব্দই উচ্চাৰণ কৰি গল—ওঁ, ওঁ, ওঁ—আৰু লগে লগে মূৰটোও দুপিয়াই থাকিল। কমলাই পৰম উৎসাহত শহুৰেকক বুজাই যাবলৈ ধৰিলে—"এইটো হব ড্ৰইং-ৰুম, এইটো কৰিড'ৰ—আগৰ দিনৰ ঘৰবোৰত এই কৰিড'ৰ বোলা বস্তুটো নাছিলেই দেউতা, কৰিড'ৰেই বা কিয়—কি প্লেনতেই বা ঘৰবোৰ সাজিছিল! পাকঘৰবোৰ এমাইল দূৰত, বাথৰুমবোৰ আৰু দূৰত, পাইখানাৰতো কথাই নাই, ইফালে আগফালবোৰত ফুল-গছবোৰৰ লগতে জধে-মধে তামোলৰ পুলি, নাৰিকলৰ পুলি, কলগছৰ

জোপোহা,বিশেষকৈ কিছুমান মানুহে খিড়িকীবোৰৰ কাষতে এনেকৈ কলৰ জোপোহাবোৰ কৰে যে ফলত ঘৰৰ ভিতৰবোৰ এন্ধাৰ আৰু অস্বাস্থ্যকৰ হৈ যায়—সঁচাকৈয়ে আচৰিত আছিল আগৰ মানুহবোৰ, কোনো ৰকমে ঘৰবোৰ সাজি থাকিব লাগে থাকিছিল। কিন্তু সেই ঘৰবোৰো যে সুন্দৰ কৰি সুৰুচিপূৰ্ণ আৰু স্বাস্থ্যকৰ কৰি সাজিব লাগে তাৰ কোনো ধাৰণাই নাছিল, 'কেয়াৰো' নকৰিছিল। গৰু-ম'হৰ দৰে খাই-বই জীৱনটো কটাই দিব পাৰিলেই হল—" বিতৃষ্ণা আৰু অৱজ্ঞাত কমলাৰ সুন্দৰ মুখখন যেন বিকৃত হৈ গৈছিল, আকৌ কৈ গৈছিল কমলাই—"কৰিড'ৰৰ এইফালে এই দুটা বেড্ৰুম, বেড্ৰুমত লগা এয়া বাথৰুম আৰু চেনিটাৰি, আৰু এইফালে পাকঘৰ, বৰ্ত্তমান চিম্‌নিৰ ব্যৱস্থা কৰি থম, কিন্তু পিছত গেচ লব পৰা হলে চিম্‌নিটো উঠাই দিলেই হব—এইবোৰ এইবোৰ ঠাইত পকী নলাবোৰ কৰিব লাগিব—" বহুত উৎসাহ কমলাৰ আৰু লগে লগে বহুত হিচাপ,বহুত প্লেন। সিহঁতৰ হব ধৰা ঘৰটোৰ পাছফালৰ মাটিডোখৰলৈ শহুৰেক আৰু গিৰিয়েকক লৈ গৈ কমলাই কলে—"এইখিনি ঠাইত সৰু এটা ঘৰ কৰি ভাৰা দি থব পৰা যাব। পাছফালৰ মাটি হলেও ঘৰটোৰ সমুখভাগ 'চাইড'ৰ ফালে কৰি দিম, সেইফালে এটা সৰু লুংলুঙীয়া ৰাস্তা কৰি দিম যাতে আমাৰ ঘৰৰ কাষেদি ঘাই ৰাস্তালৈ ওলাই আহিব পাৰে। আজিকালি গুৱাহাটীত যিহে ঘৰৰ ভাৰা বাঢ়িছে, সেই সৰু ঘৰটোৰপৰাও আমি অতি কমেও ডেৰশ-দুশ ভাৰা পাম—" নিজৰ হিচাপ-বুদ্ধি, সুপৰিকল্পনাৰ কাৰণেই হওক বা ভৱিষ্যৎ আয় এটাৰ সম্ভাৱনাৰ কাৰণেই হওক, কমলাৰ মুখত তৃপ্তিৰ এটা সুন্দৰ হাঁহি বিৰিঙি উঠিল।

বিজয় ভঁৰালীয়ে মন কৰিলে, তেওঁ নিজে যেনেকৈ কমলাৰ কোনো কথাতে মাত মতা নাই, পুতেকো ঠিক সেই একেদৰেই নিৰৱ হৈ আছে। তেওঁ সেইটো শুভ লক্ষণ বুলিয়েই ধৰি ললে, ঘৰ এটা



বন্ধাত গিৰিয়েক-ঘৈণীয়েক সকলো বিষয়তে সমান উৎসাহী হব নোৱাৰিলেও মতদ্বৈত নথকাতো ভাল কথা।

ঘৰ চাই উভতি আহোঁতে প্ৰায় ৰাতিয়ে হল। অৱশ্যে সিহঁতে সেই হিচাপ কৰিয়েই গৈছিল, কাৰণ সিদিনা আছিল ফাগুন মাহৰ শুক্ল পক্ষৰ দিন, গধূলি ফুৰি যাবলৈ ভালেই লাগিব।

উভতি অহাৰ বাটত বিজয় ভঁৰালীৰ মনলৈ তেওঁলোক ইয়াৰ আগৰবাৰ মাটি চাবলৈ অহাৰ কথা মনত পৰিল। জীৱনত কিছুমান ঘটনাৰ পুনৰাবৃত্তি আচৰিত লাগে। ইলাৰ লগত শেষবাৰ তেওঁ যেতিয়া এই মাটি চাবলৈ আহিছিল সিদিনাও আছিল ফাগুন মাহৰ জোনাক ৰাতি, অকল জোনাকেই নহয়—পূৰ্ণিমাও, ফাকুৱাৰ উৎসৱ হৈ গৈছিল দিনত। সিহঁত তেতিয়া মঙ্গলদৈত আছিল। সোমবাৰ আছিল সিদিনা। গতিকে ইলাৰ অনুৰোধত পৰি সোমবাৰৰ লগতে আৰু এটা দিন ছুটী লৈ বিজয়হঁত মঙ্গলদৈৰপৰা শহুৰেকৰ ঘৰলৈ ফুৰিবলৈ আহিছিল। ফাকুৱাৰ দিনা আবেলি ইলাই প্ৰস্তাৱ কৰিলে যে সিহঁতৰ মাটিডোখৰ এবাৰ চাই অহা যাওক। পূৰ্ণিমাৰ দিন, ৰাতি ধুনীয়া জোনাক হব, খোজকাঢ়ি আহি থাকিবলৈ বৰ ভাল হব। আপত্তিৰ কোনো কাৰণ নাছিল কাৰো। পোনা তেতিয়া ছবছৰীয়া, দিনটো হেপাহ পলুৱাই ফাকু খেলাৰ পিছত সি তেতিয়া ক্লান্ত, সাধু কোৱাৰ লোভ দেখুৱাই আইতাকে তাক ৰাখিলে।

মাটি চাই সিহঁতো সিদিনা প্ৰায় একে সময়তে উভতিছিল। চাৰিওফালে ঘন জঙ্গল, সিহঁতৰ মাটিডৰাতো সেই একে জাৰ্ম্মান-বনৰ জঙ্গল। সিহঁতে তাৰ ওচৰৰ লুংলুঙীয়া সৰু ৰাস্তাৰে ঘূৰি-পকি মাটি চাইছিল, পশ্চিমফালে থকা মানুহঘৰৰ বাগানখন চাই চাই ইলাই ভৱিষ্যতে তাৰপৰা বক-ফুল, চম্পা-ফুল অনাৰ কথা কৈছিল। তাৰপিছত গধূলি হওঁতে জোনাকৰ পোহৰত সেই সৰু লুংলুঙীয়া বাটেৰে সিহঁত উভতিছিল। চাৰিওফালে মুকলি আকাশ, ঘৰ-দুৱাৰ

খুব কম থকা মুকলি ঠাইত জোনাকৰ বিস্তাৰ। সিহঁত ছুটা নিৰৱে কিছুদূৰ আগবঢ়াৰ পিছত জুৰ বতাহৰ বা একোছাটিৰ লগতে কিবা বনৰীয়া ফুলৰ মৃদু সৌৰভ আহি সিহঁতৰ নাকত বাৰে বাৰে লাগিছিলহি, আৰু ইলাই উচ্ছ্বসিত মাতেৰে কৈ উঠিছিল—'বসন্তকালত গধূলি সময়ত বাটেৰে গৈ থাকিলে এনেকৈ মাজে মাজে যে ইমান ধুনীয়া ফুলৰ গোন্ধ পোৱা যায়—মনটোৱেই কিবা লাগি যায়—' আৰু তেতিয়া তাৰ উত্তৰত বিজয়ে মাথোঁ গুণ্-গুণাইছিল—'হঠাৎ কখন সন্ধ্যাবেলায়, নামহাৰা ফুল গন্ধ এলায়—'

দীৰ্ঘশ্বাস এটা ৰোধ কৰিলে বিজয় ভঁৰালীয়ে। মটৰখন লাহে লাহে চলাই নিছিল সঞ্জয়ে, পাছৰ ছিটত বহি কমলাই ঘৰটোৰে নানা কথা কৈ কৈ আহিছিল, আগফালৰ বাৰাণ্ডাত কেনেকুৱা মোজেইক কৰিব, খৰচ পৰিলেও পৰিব, ছুটাত নহলেও অন্ততঃ ড্ৰইং-ৰুমটোৰ লগতে এটা বাথৰুমতো মোজেইক কৰিব লাগিব, খিড়িকী-দৰজাবোৰত 'আইভৰি' ৰঙৰ পেইণ্ট লগাব লাগিব··· আৰু তাৰপিছত হঠাৎ এক-মুহূৰ্ত্তৰ কাৰণে এটা তীব্ৰ মধুৰ ফুলৰ সুবাস চলন্ত গাড়ীৰ ভিতৰত সোমায়ে আকৌ নাইকিয়া হৈ গল, যেন গাড়ীৰ গতিৰ বেগত সেই সুগন্ধ বহনকাৰী মলয়া বতাহজাক পৰাভৱ মানি পিছ-হুঁহকি গল ; কিন্তু খন্তেকৰ সেই সৌৰভ হলেও বিজয় ভঁৰালীয়ে সেই গোন্ধটো চিনি পালে—ৰবাৰ টেঙাৰ ফুলৰ গোন্ধ। নামহীন বনৰীয়া ফুলৰ সন্ধ্যাৰ সুবাস পোৱাৰ ভাগ্য জানো অজস্ৰ ঘৰৰ হেঁচাত চেপা খোৱা গুৱাহাটী মহানগৰীৰ মানুহৰ হব ? কিন্তু এতিয়াও যে ৰবাব ফুলৰ গোন্ধেই পোৱা গৈছে—ইও এক ভাগ্যৰ কথা। এনে দিন আহিব লাগিছে যেতিয়া চহৰৰ প্ৰতিডাল ৰবাব টেঙাৰ গছ কটা গৈ সেই ঠাইত সৰুকৈ হলেও একোটা ঘৰ বান্ধি ইমান দিন অব্যৱহৃত হৈ পৰি থকা মাটিডোখৰৰ এটা সদগতি কৰিব পৰা গল বুলি গৰাকীয়ে মনত তৃপ্তি লাভ কৰিব। আৰু এইদৰেই



এদিন অৰণ্য-সভ্যতা মানুহে প্ৰয়োজনত আৰু অপ্ৰয়োজনতো ক্ৰমে ক্ৰমে ধ্বংস কৰি আনিব। প্ৰকৃতিৰ ৰূপ-ৰস-গন্ধৰপৰা ক্ৰমে বঞ্চিত হৈ আহিব ধৰা এই ছুৰ্ভগীয়া মানুহবোৰৰ প্ৰতি বিজয় ভঁৰালীৰ মনত হঠাৎ খুব কৰুণা উপজিল। ফাগুন মাহৰ সেই মায়াময় জোনাকৰ সন্ধিয়াত মলয়া বতাহৰ জুৰ বা-ছাটিক ক্ৰমে পাছ পেলাই সঞ্জয়ৰ গাড়ী গুৱাহাটী তেল-শোধনাগাৰৰ বিৰাট বিৰাট ঘৰবোৰৰ পিনে আগবাঢ়িল, বান্ধিব ধৰা ঘৰটোৰ সম্বন্ধে কমলাৰ নানা জল্পনা-কল্পনা, পৰিকল্পনা চলি থাকিল—কেনেকৈ ঘৰটো অতি আধুনিক, অতি আৰামপ্ৰদ, অতি সুবিধাৰ কৰিব লাগিব—আৰু কিবা এক কৰুণ অনুভূতিৰে ভাৰাক্ৰান্ত হৈ পৰা মনটোৰে বিজয় ভঁৰালী পুতেকৰ ওচৰতে স্তব্ধ হৈ বহি বাহিৰৰ পৃথিবীখনলৈ চাই থাকিল।

কমলাৰ ঘৰ বন্ধা কাম এদিন প্ৰায় শেষ হৈ আহিছিল। ইফালে সিহঁতৰ জীৱনৰ নতুন আলহীৰ আগমনৰ সময়ো প্ৰায় ওচৰ চাপি আহিছিল।

ইতিমধ্যে সঞ্জয় আৰু কমলাৰ ভিতৰুৱা জীৱনৰ বহুত কথাই বিজয় ভঁৰালীয়ে গম পাই গৈছিল। শুশুনো শুশুনো বুলিও তেওঁ বহুত কথা শুনি পেলাইছিল। নিজৰ মনক কঠোৰভাৱে শাসন কৰিবৰ চেষ্টা কৰিও, নিজৰ ওপৰত বিতৃষ্ণাত তিক্ত-বিৰক্ত হৈও, কমলাই বেয়া পায় বুলি জানিও বাহিৰৰ ড্ৰইং-ৰুমৰ চোফাত সঙ্কুচিত হৈ বহি কিতাপ পঢ়িও বহুত কথাই শুনিলে বিজয় ভঁৰালীয়ে। অৱশ্যে তেওঁ শুনাত সঞ্জয়ে কথা কোনোদিনে বেছি নকয়, কমলায়ে বেছি কথা কয়, কিন্তু কেতিয়াবা যদি ছুয়োৰো ভিতৰত কিবা কথা লৈ বাদ-প্ৰতিবাদ চলে, তেতিয়া প্ৰথম প্ৰথম সঞ্জয়ে ছুই-এটা স্পষ্ট আৰু ৰূঢ় কথা কোৱা শুনে, কিন্তু তাৰপিছতে

সঞ্জয় চুপ হৈ যায়, কমলায়ে তাৰপিছত বহুত কিবাকিবি কৈ যায়, কিন্তু সঞ্জয়ৰ মাত তেওঁ আৰু কাচিৎ হে শুনে। অৱশ্যে সিহঁতৰ প্ৰতিটো কথা তেওঁৰ কাণলৈ নেযায়, কাৰণ তেওঁ সেই কথাবোৰ নুশুনিবৰ চেষ্টা কৰে আৰু বেৰখনৰ সিফালে থাকিল বুলিও সেইখিনি দূৰত্বৰপৰাও প্ৰতিটো কথা খুব মনোযোগেৰে শুনিলেও স্পষ্টকৈ শুনা সম্ভৱ নহয়, সৰুকৈ কলেতো কথাই নাই।

তেনেকৈ শুনি থকা অৱস্থাত এদিন কমলাই সঞ্জয়ক কোৱা শুনিলে বিজয় ভঁৰালীয়ে—"দিনটো স্কুলত কাম কৰি কৰি এতিয়া এই অৱস্থাত বৰ ভাগৰ লাগে। তোমাৰ দৰে যেন বিচনাতে শুই থাকিম—এনেকি উঠি গৈ ভাতকেইটা খাবলৈকো শৰীৰটো লৰাবৰ-চৰাবৰ ইচ্ছা নেযায়।"

"তুমি স্কুলৰ কামটো এৰি নেপেলোৱা কিয়, কমলা? ইমান কষ্ট কৰি কাম কৰাৰ কি দৰকাৰ বাৰু তোমাৰ? আৰু ইয়াৰ পিছত তুমি স্কুললৈ গৈ থাকিলে আমাৰ ভৱিষ্যতৰ পোনাটোৰ কি দুৰ্গতি হব ভাবাচোন—" খুব কোমল মাতেৰে সঞ্জয়ে কলে।

বিজয় ভঁৰালীয়ে অনুমান কৰিলে, কমলা বোধহয় এইবাৰ উত্তেজনাত বিচনাত উঠি বহিছিল, কাৰণ অলপ চিঞৰিয়েই তাই কোৱা শুনিলে—"চিৰদিন, চিৰকাল তিৰোতাক ঘৰৰ চাৰি-বেৰৰ ভিতৰত বন্দী কৰি থব খোজা পুৰুষৰ দলটোৰ একেবাৰে উপযুক্ত কথাই কৈছা তুমি—গৰু-গাহৰিৰ দৰে সন্তান জন্ম দি সিহঁতক প্ৰতিপাল কৰি জীৱনটো শেষ কৰি দিওঁ, জীৱনৰ লেখা-পঢ়া, আন সকলো কথা ধ্বংস হৈ যাওক—এয়েই যদি তোমাৰ মনোবৃত্তি, সাধাৰণ অশিক্ষিতা ছোৱালী এজনী বিয়া নকৰালা কেলেই?"

প্ৰায় কৰুণ হৈ ওলোৱা সঞ্জয়ৰ মাত শুনা গল আকৌ—"তোমাৰ ধাৰণা ভুল কমলা। জীৱনৰ কোনো কামেই ক্ষুদ্ৰ বা তুচ্ছ নহয়। জীৱনক যদি তুমি ভাল পাবলৈ শিকা, দিনটো ঘৰৰ চাৰি-বেৰৰ



মাজত থাকিও তুমি যি জীৱন কটাব পাৰিবা, সংসাৰৰ সকলো কামতে আনন্দ লাভ কৰিব পাৰিবা, বাহিৰৰ জগতৰ হেজাৰ কামেও হয়তো তোমাৰ জীৱন সিমান মোহনীয় বা সুখৰ কৰি তুলিব নোৱাৰিব। ঘৰৰ ক্ষুদ্ৰ ঠেক গণ্ডীৰ মাজতো এনে কিছুমান কাম কাৰব পাৰি যি হয়তো মানুহৰ জীৱন পূৰ্ণ কৰি তুলিব পাৰে, সুন্দৰ কৰি তুলিব পাৰে, ঐশ্বৰ্য্যমণ্ডিত কৰি তুলিব পাৰে—"

পুতেকৰ কথা শুনি বিজয় ভঁৰালী যেন উচাপ খাই উঠিল। মানুহে বহুত সময়ত সন্তানৰ কথা কয় যে দেখিবলৈ মাকৰ নিচিনা হৈছে বা বাপেকৰ নিচিনা হৈছে। সঞ্জয়ৰ চেহেৰা কিন্তু তেওঁলোক দুজনৰ ভিতৰত কাৰ দৰে হৈছে ঠিক কোৱা টান। কিন্তু এই মুহূৰ্ত্তত সঞ্জয়ৰ কথাবোৰে বিজয় ভঁৰালীৰ মনত আকৌ ইলাৰ ছবিটো জগাই তুলিলে। সঞ্জয়ৰ চেহেৰাই কোনোদিন বিজয় ভঁৰালীক ইলালৈ মনত পেলোৱা নাছিল। কিন্তু আজি তেওঁ হঠাতে দেখা সঞ্জয়ৰ এই মানসিক ৰূপে খুব বেছিকৈ ইলালৈ মনত পেলাই দিলে। ইলাৰ লগত যে সঞ্জয়ৰ ইমান বেছি মিল আছে তেওঁতো কোনোদিন আগতে জনা নাছিল!

লগে লগেই কমলাৰ তীক্ষ্ণ কণ্ঠস্বৰত তেওঁৰ চিন্তাৰ সোঁতত বাধা পৰিল—"উপদেশ আৰু উপদেশ—আজিকালি তোমাৰ মুখত উপদেশৰ বাহিৰে আৰু আন কথাই নাই। কিন্তু মই ইমান বুৰ্ব্বক নহওঁ বুজিছা, পুৰুষ জাতিটোৱে সদায় এনেকৈ ডাঙৰ ডাঙৰ কথা কৈ, আদৰ্শৰ দোহাই দি তিৰোতাবোৰক ভৰিৰ তলত ৰাখি আহিছে, ঘৰৰ মহৎ আদৰ্শৰ ছবি দাঙি ধৰি চাৰি-বেৰৰ মাজত বন্দী কৰি থৈছে। তোমালোক সকলো মতা মানুহেই একে, হেজাৰ বিলাত-আমেৰিকা পাছ কৰি নাহা—তোমালোক চব একে। তিৰোতাক পৰাধীন কৰি ৰখা কথাটো যুগ যুগ ধৰি তোমালোকৰ অস্থি-মজ্জাত সোমাই আছে। তোমালোকক

চিনিবলৈ আৰু বাকী নাই আমাৰ। পিছে সকলোৰে দিন সমানে নেযায় নহয়, আমাৰ তিৰোতাবো দিন আৰম্ভ হৈছে এতিয়া বুজিছা, আমিও...” ইয়াৰ পিছত কমলাৰ এনে ধৰণৰে কথা চলি থাকিল, আৰু বিজয় ভঁৰালীয়ে মন কৰিলে সঞ্জয়ৰ মাত আৰু এবাৰো শুনা নগল। কিতাপখন আগত মেলি লৈ তেওঁ শিলৰ মূৰ্ত্তিৰ দৰে স্তব্ধ হৈ বহি ৰল। মনৰ চকুত ভাহি উঠিল আৰু এক স্তব্ধ মূৰ্ত্তি—পুতেক সঞ্জয়ৰ।

এদিন কমলাহঁতৰ ঘৰটো বন্ধা শেষ হৈ গল। ইতিমধ্যে কমলাৰ লৰা এটা জন্ম হৈছিল।

বিজয় ভঁৰালী সেই এদিনেই যি ঘৰ বন্ধা কাম চাবলৈ গৈছিল, তাৰপিছত আৰু যোৱা নাছিল। এতিয়া ঘৰটো বন্ধা সম্পূৰ্ণ শেষ হোৱাত আৰু এদিন যাবলগা হল। কেঁচুৱাটো ভাবিত আৰু খাচিয়া আঁয়াজনীৰ হাতত গতাই কমলাও শহুৰেক আৰু গিৰিয়েকৰ লগত ওলাল।

ঘৰটো সঁচাকৈয়ে ধুনীয়া হৈছে। কমলাৰ মুখ গৰ্ব্ব আৰু আনন্দত উদ্ভাসিত হৈ উঠিল। ঘৰটোৰ ভিতৰবোৰ সোমাই সোমাই তাই শহুৰেকক দেখুৱালে। আগফালৰ বাৰাণ্ডা, ড্ৰইং-ৰুম আৰু বাথৰুম এটাত ছাই-ৰঙৰ মোজেইক কৰা। বাথৰুমত এটা প্ৰকাণ্ড শুভ্ৰ ‘বাথ-টাব’, থকা-ঘৰৰ বেৰবোৰতে কায়দা কৰি দেৱাল-আলমাৰি কেবাটাও কৰি দিয়া হৈছে। পৰ্দ্দা লগাবৰ কাৰণে দৰজাৰ চৌকাঠত ব্যৱস্থা কৰি থোৱা হৈছে—সকলোবোৰ ঘূৰি ঘূৰি কমলাই শহুৰেকক দেখুৱালে। আগফালে বাৰাণ্ডাৰ ওচৰত এনেকৈ পকা কৰি ৰখা হৈছে যে তাত টবৰ নিচিনাকৈ ফুল ৰুব পৰা হব।



বিজয় ভঁৰালীয়ে মুখ খুলি ঘৰটোৰ প্ৰশংসা কৰিলে। সচাঁকৈয়ে কমলাৰ বেছ হিচাপ আছে। ঘৰটোৰ খিড়িকী-দৰজাবোৰৰ ৰংটোও খুব সুন্দৰ হৈছে। কমলাৰ ৰুচি প্ৰশংসনীয়।

সিদিনা ৰাতি বিজয় ভঁৰালীয়ে ঘৰটো সম্বন্ধে সঞ্জয় আৰু কমলাক কথা পতা শুনিলে। ইতিমধ্যে এইটো ঠিক হৈছিল যে ৰিফাইনেৰিৰ ঘৰটো এৰি দি সিহঁত নিজৰ ঘৰলৈ যাব। কেঁচুৱাটোৰ জন্মৰ পিছৰপৰা ঘৰটো যেন আৰু ঠেক হৈ পৰিছিল। তাতে খাচিয়া আয়াজনীকো থকাৰ ব্যৱস্থা কৰি দিবলগা হৈছিল। গতিকে ভাল দিন-বাৰ এটা চাই সোনকালে ঘৰটো লোৱাৰ কথা চলি আছিল। ভাল দিন-বাৰ কথাটোত জোৰ দিছিল কমলায়ে। মনে মনে তেতিয়া হাঁহিছিল বিজয় ভঁৰালীয়ে, বাহিৰৰ চাল-চলনত অতি আধুনিকতা দেখুওৱা এই প্ৰগতিশীল ছোৱালীজনীৰ মনটো দেখোন আচাৰ-অনুষ্ঠানৰ ক্ষেত্ৰত আগৰ অশিক্ষিতা মহিলাসকলৰ দৰেই কুসংস্কাৰাচ্ছন্ন হৈ আছে। তেওঁ নিজে বুঢ়া হৈও আচাৰ-অনুষ্ঠানৰ প্ৰতি সিমান নিষ্ঠা তেওঁৰ গঢ়ি উঠা নাছিল। অৱশ্যে সেইবোৰ তেওঁৰ ভাল লাগে, সেই পূজা-পাতলে, ধূপ-ধূনাৰ গোন্ধে মনটো পৱিত্ৰ কৰে, কিবা এক শুভ আৰু মঙ্গলৰ অনুভূতি জগাই তোলে—সেয়ে, তাতকৈ বেছি মূল্য তেওঁ তাত আৰোপ নকৰে। তেওঁৰ কাৰণে বাহিৰৰ আচাৰ-অনুষ্ঠানৰ যোগেদি জীৱনৰ কাম-কাজবোৰ শুভ আৰু মঙ্গলময় কৰি তোলাতকৈ ভিতৰৰ সৎ-প্ৰেৰণাৰে জীৱনটোক সুন্দৰ কৰি তোলা বেছি আৱশ্যকীয়। ইলাৰ কিন্তু জীৱনক সৎ-সুন্দৰ আৰু মঙ্গলময় কৰি তোলাৰ এই দুই ধৰণৰ আন্তৰিকতাই আছিল। তেওঁৰ এতিয়া সেই কথাবোৰ কমলাক কবলৈ মন গল। মন গল কবলৈ যে বাহ্যিক আচাৰ-অনুষ্ঠানৰ ওপৰতে নিৰ্ভৰ কৰি তোমাৰ গৃহ পৱিত্ৰ আৰু শুভ কৰি তোলাৰ ওপৰত বেছি জোৰ দিয়াতকৈ তোমাৰ নিজৰ কল্যাণ-হাতৰ পৰশেৰে

গৃহলক্ষ্মীৰ প্ৰকৃত কৰ্ত্তব্যনিষ্ঠা আৰু দায়িত্বেৰে তুমি তোমাৰ ঘৰ বেছি মঙ্গলময় কৰি তুলিব পাৰিবা কমলা। তোমাৰ ঘৰটো তুমি দেখিবলৈ খুব ধুনীয়া কৰিছা, সকলো সা-সুবিধা, আৰাম, স্বাচ্ছন্দ্যৰ ব্যৱস্থাই তুমি তাত কৰি থৈছা,. তোমাৰ সেই অতি সুন্দৰ ঘৰটোত দেহবোৰে পৰম আৰামত দিন নিয়াব পাৰিব। কিন্তু সেইটো জীৱনৰ ডাঙৰ কথা নহয় কমলা, তোমাৰ গৃহত থাকি যাতে তোমাৰ স্বামী, তোমাৰ সন্তানে মনৰ অনাবিল শান্তি আৰু স্বাচ্ছন্দ্যত বাস কৰিব পাৰে, তোমাৰ সৌম্য-শান্ত কল্যাণ ৰূপৰ মঙ্গল পৰশ সিহঁতে সকলো সময়তে অনুভৱ কৰি জীৱন-পথত চলি যাব পাৰে, তাৰবাবে তুমি যত্ন কৰা কমলা, তাৰবাবে তোমাৰ ঘৰৰ অভ্যন্তৰখন এইবাৰ গঢ়ি তোলা।

কিন্তু ইলাই তেওঁক এৰি যোৱাৰ পিছৰেপৰা মন যোৱা এষাৰ কথাই বা তেওঁ কাৰ লগত পাতিবলৈ পাইছে? কমলাৰ লগত তেওঁ আৰু নোৱাৰে, কমলাৰ আগত পৰিলেই দেখোন তেওঁ আজিকালি অপৰাধীৰ দৰে সঙ্কুচিত হৈ পৰে, মুখৰ মাত যেন হৰি যায়। গতিকে এনে ধৰণৰ এটা শব্দও কমলাৰ সম্মুখত উচ্চাৰণ কৰাৰ কথাটোও একেবাৰে অভাৱনীয়।

কমলাৰ কথামতেই গৃহপ্ৰৱেশৰ দিনা বামুণ মাতি পূজা কৰি ঘৰ-লোৱা ঠিক হৈছিল শেষত।

সেইবোৰেই বোধহয় আলোচনা কৰিছে দুয়ো—সঞ্জয় আৰু কমলাই, বিজয় ভঁৰালীয়ে চকু দুটা কিতাপত নিবদ্ধ ৰাখি কাণ দুখন অভ্যাসবশতই সজাগ কৰি ৰাখিলে।

কমলায়ে প্ৰথমে কথাটো উলিয়াইছিল—"বামুণ এজনৰ খবৰ কৰাৰ কথা যে কৈছিলোঁ, কৰিলা নে?"

"মোৰ লগৰ এজনক কৈ থৈছিলোঁ, দুই-এদিনতে ঠিক কৰি দিব বুলি কৈছে—" তাৰপিছত অলপ ৰৈ সঞ্জয়ে আকৌ কলে—



"কমলা, অকল পূজাখিনি কৰিয়েনো ঘৰ লোৱা উৎসৱটো কৰিবা নে? মানুহ-দুনুহ নিমন্ত্ৰণ কৰি খুৱাব নেলাগিছিল জানো? মোৰ লগৰ বন্ধুবোৰেতো কৈয়েই থৈছে। আমাৰ অফিচৰ সকলোকে মাতিব লাগিব কিন্তু। নহলে কাক এৰিনো কাক বাদ দিম।"

বোধহয় উচাট মাৰি উঠিছিল কমলা—তাইৰ খঙৰ সুৰত কোৱা কথাবোৰ শুনিলে বিজয় ভঁৰালীয়ে—"অকল অফিচৰ মানুহকেইটা মাতিলেই হব নে, গোটেই ৰিফাইনেৰিৰ মানুহবোৰকে মাতা না। মই ঘৰটো বন্ধকত দি টকা ধাৰ কৰি সেইবোৰক চাহ-মিঠাই খুৱাওঁ। লৰাৰ বাপেক হলাহি, তথাপি যদি তোমাৰ বেহিচাপী স্বভাৱটো গুচিল। ঘৰটো বান্ধোতেই যে তলি উদং হল, তোমাৰ বোধহয় সেই খবৰেই নাই, সিটো ঘৰতো বান্ধিব আছেই। আজিকালিৰ ইমান আকালৰ দিনতোনো মানুহে সামান্য উপলক্ষ্য লৈ নিমন্ত্ৰণ কৰি টকা-পইচা উৰায় নে? আৰু মই ক'তো শুনা নাই যে ঘৰ-লোৱা কথাটো উৎসৱ হিচাপে পালি কোনোবাই মানুহ-দুনুহ নিমন্ত্ৰণ কৰে।"

"মোৰ মায়ে কিন্তু কৰিলেহেঁতেন কমলা। মায়ে বোধহয় লগতে কাঙালী ভোজনো কৰালেহেঁতেন।" সঞ্জয়ে যেন কমলাক নহয়, নিজকে হে কৈছে—তেনেকৈ খুব ধীৰে ধীৰে আত্মগতভাৱে কথাকেইটা কলে।

বিজয় ভঁৰালীৰ সমস্ত শৰীৰতে যেন বৈদ্যুতিক প্ৰৱাহ বৈ গল—'মোৰ মা'—সঞ্জয়ে তাৰ মাকৰ নাম লৈছে!

অলপ ডাঙৰ হোৱাৰেপৰা সঞ্জয়ে আৰু কোনোদিন তাৰ মাকৰ নাম লোৱা তেওঁ শুনা নাছিল। গতিকে বিজয় ভঁৰালীৰ ধাৰণা হৈছিল যে সঞ্জয়ে তাৰ মাকক পাহৰি পেলাইছে। সেই কথা ভাবি সিদিনা তেওঁৰ অলপ দুখ লাগিছিল—একেটা মাত্ৰ লৰা ইলাৰ, জীৱিতকালত যেন ইলাৰ জীউ আছিল, সেই লৰাই

এনেকৈ পাহৰি গল মাকক! কিন্তু অলপ ভালো লাগিছিল মনত—যাক্—লৰাটোৱে তেওঁ মাকক হেৰোৱা দুখ পাহৰিব পাৰিছে। তাৰপিছত আজি অত বছৰৰ মূৰত তেওঁ প্ৰথম সঞ্জয়ৰ মুখত তাৰ মাকৰ নাম উচ্চাৰিত হোৱা শুনিলে। মাকক তেন্তে তেওঁ ভবা দৰে একেবাৰেই পাহৰি পেলোৱা নাই পোনাই! বিজয় ভঁৰালীৰ বুকুখন কঁপি উঠিল, কিবা এটা যেন ডিঙিলৈ ঠেলি আহি তেওঁৰ ডিঙি ৰুদ্ধ কৰি ধৰিলে—নাই, একেবাৰে অকণিকে পাহৰি যোৱা নাই পোনাই, এনেকি মাকৰ স্বভাৱ পৰ্য্যন্ত মনত আছে পোনাৰ! সঞ্জয়ৰ প্ৰতি হঠাৎ কৃতজ্ঞতাৰে বিজয় ভঁৰালীৰ মন পৰিপূৰ্ণ হৈ গল।

ইতিমধ্যে সঞ্জয়হঁতৰ কোঠালিটো কমলাৰ কথাৰ শব্দেৰে মুখৰিত হৈ পৰিছিল—"তোমাৰ মায়ে কাঙালী ভোজন কিয় বঙালী ভোজনো কৰিলেহেঁতেন—" কমলাই খুব তিক্ততাৰে ৰসিকতা কৰি কলে—"কিন্তু তেতিয়াৰ যুগ আছিল বেলেগ, তেতিয়া আজিৰ দৰে বস্তু-বাহানিৰ ইমান জুই-ছাই দাম নাছিল—"

"কিন্তু কমলা, যুগ বেলেগ হলেও মানুহৰ মন একেই থাকে, আনক মৰম কৰা মানুহে সদায় সকলো অভাৱ-অনাটনৰ মাজতো আনক মৰম বিলায়ে থাকে। মোৰ মায়ে আজিৰ যুগতো গৃহ-প্ৰৱেশ উৎসৱ ঠিকেই কৰিলেহেঁতেন, তাৰবাবে লাগে তেওঁ বাথৰুমত 'বাথ-টাব' নেৰাখি সেই টকাকেইটাকে ৰাহি কৰি মানুহক খুৱালেহেঁতেন—"

জ্বলা জুইত ঘিউ পৰিল—"তাৰ মানে তুমি ইয়াকে প্ৰমাণ কৰিব বিচাৰিছা যে মোৰ মনটো তোমাৰ মাৰাৰ মনতকৈ বহুত সৰু, সেইবাবে মই গৃহ-প্ৰৱেশ উৎসৱ কৰি গেট সাজি, ৰভা সাজি, মানুহ মাতি খুৱাব নোৱাৰোঁ? দেশত যেতিয়া মানুহে এমুঠি চাউলৰ বাবে হাহাকাৰ কৰি মৰিব ধৰিছে, তেতিয়া মই মানুহ এসোপা মাতি আধা-পেলনি খেদাই খুৱাব-ধুৱাব খোজা নাই বাবে মোৰ মনটো তোমাৰ মাৰাৰ মনতকৈ বহুত সৰু হল—"

"কিন্তু কমলা, দেশৰ দুৰাৱস্থাৰ কথা ভাবিতো তুমি মানুহ-দুনুহ নিমন্ত্ৰণ নকৰাৰ কথা ভবা নাই। যদি দেশলৈ তোমাৰ ইমানেই ভালপোৱা—গৃহ-প্ৰৱেশত খৰচ হবলগীয়া টকাকেইটা আমি প্ৰতিৰক্ষা পুঁজিলৈ দি দিওঁ আহা—"

আজি বোধহয় কমলাৰ ভালকৈয়ে খং তুলিবলৈ সঞ্জয় উঠি-পৰি লাগিছে, চিন্তিতভাৱে বিজয় ভঁৰালীয়ে ভাবিলে। 'কি হৈছে বাৰু আজি পোনাৰ? আগতেতো কেতিয়াও কমলাৰ লগত এনেকৈ বাদ-প্ৰতিবাদ নকৰে সি।'

"ঠিক কৈছা, প্ৰতিৰক্ষা পুঁজিলৈ তলি উদং কৰি দিনৰ পিছত দিন দান-দক্ষিণা কৰি থাকোঁ, আৰু ইফালে আমাৰ লৰাৰ ভৱিষ্যৎ অন্ধকাৰ হওক, তাৰ ৰক্ষণাবেক্ষণ, শিক্ষা-দীক্ষাৰ যি হয় হওক—মোৰ লৰা ৰক্ষা নপৰক, দেশ ৰক্ষা পৰিলেই মোৰ হব—ইমান উদাৰ মনৰ হব নোৱাৰোঁ দেই। স্বীকাৰ কৰিছোঁ—মোৰ মনটো সৰু, মোৰ মনটো নীচ।"

"তোমাৰ লৰাটোলৈ বৰ চিন্তা, নহয় কমলা? কিন্তু ইমান চিন্তা কৰিও যে তুমি কি নিশ্চিন্ত মনে আছহুৱা এজনী আয়াৰ হাতত তাক দিনটোলৈ গতাই দি স্কুললৈ গুচি যাব পাৰা।"

"তুমি ইয়াৰপৰা গুলোৱা দেই। তোমাৰ চিঞৰত এতিয়া সোণটো সাৰ পাই যাব। তোমাৰ ঢেৰ উপদেশ শুনিলোঁ—লৰা কেনেকৈ ডাঙৰ কৰিব লাগে সেই উপদেশ অন্ততঃ তোমাৰপৰা নুশুনিলেও চলিব মোৰ। তুমি বিচাৰা এতিয়াৰপৰাই মোৰ আঁচলৰ তলত লৰাক ঢাকি ৰাখি তোমাৰ দৰে এলেহুৱা অসাংসাৰিক আৰু বাজে চেণ্টিমেণ্টাল কৰি তোলোঁ তাকো—সেইটো কেতিয়াও হব নিদিওঁ মই। চকুৰ আগত তোমাক দেখি থাকি মোৰ লৰাক

দ্বিতীয় এটা তুমি হোৱাবপৰা ৰক্ষা কৰিবলৈ প্ৰাণপণ চেষ্টা কৰিম মই। মই মোৰ লৰাৰ কাৰণে এনে এটা ঘৰৰ সৃষ্টি কৰিম য'ত ডাঙৰ হৈ সি জীৱনত এলাহ কাক কয় নেজানিব, বেহিচাপ কাক কয় নেজানিব আৰু বাজে চেন্টিমেণ্টৰ বাবে কোনো ধৰণৰ কোনো প্ৰশ্ৰয়ে সি মোৰপৰা কেতিয়াও নেপাব। চাওঁ, তুমি এতিয়া ওলোৱা ইয়াৰপৰা।"

দীঘলকৈ এটা উশাহ ওলাই আহিল বিজয় ভঁৰালীৰ অন্তৰৰ অন্তঃস্থল ভেদি। আজি তাক বোধ কৰাৰ কোনো চেষ্টাই নকৰিলে তেওঁ। আচলতে কান্দিবৰ মন গৈছিল তেওঁৰ। সঞ্জয়ৰ আঠ বছৰ বয়সত মাক ঢুকাওঁতে তেওঁ ভাবিছিল—এই অতি কুমলীয়া বয়সতে লৰাটো ঘৰৰ আচল মৰম, আচল শিক্ষাৰপৰা বঞ্চিত হৈ পৰিল। আজি সুদীৰ্ঘ বাইশ বছৰৰ মূৰত সেই ভাবটোৱেই আকৌ মনত উদয় হল বিজয় ভঁৰালীৰ। কিন্তু এইবাৰ আৰু সঞ্জয়ৰ কথা ভাবি নহয়, সঞ্জয়ৰ অকণমান পানী-কেঁচুৱা লৰাটোৰ কথা ভাবি হে।

অৱশেষত কমলাহঁত এদিন নিজৰ নতুন ঘৰলৈ বিফাইনেৰিৰ সেই ঘৰটো এৰি দি গুচি গলগৈ।

নতুন ঘৰটোত কোঠালি মুঠতে সাতটা। তাৰে এমূৰৰ এটা ঘৰত বিজয় ভঁৰালীক থাকিবলৈ ব্যৱস্থা কৰি দিয়া হল। কোঠালিটো ভালেই, ঘৰটোৰ এটা ফালৰ মূৰৰ কোঠালি সেইটো, গতিকে তাত থাকি তেওঁ সমুখৰ বাটৰ জন-সমাগম চাই চায়ো এতিয়া বহুত সময় নিয়াব পৰা হল। কিন্তু বাটৰ ইমান মানুহ, গাড়ীৰ কোলাহলৰ ইমান ওচৰত থাকিও বিজয় ভঁৰালীয়ে হঠাৎ তেওঁৰ নিঃসঙ্গতা আৰু বেছি বাঢ়ি যোৱা যেন পালে। কমলাহঁত ঘৰটোৰ সিফালৰ তিনিটা কোঠালি লৈ থাকিছিল, আৰু বিজয় ভঁৰালীৰ



কোঠালিটো হল একেবাৰে ইমূৰৰ, মাজতে ড্ৰইং-ৰুম আৰু কৰিড'ৰে তেওঁক কমলাহঁতৰপৰা সম্পূৰ্ণ বিচ্ছিন্ন কৰি পেলালে। এতিয়া তেওঁ সঞ্জয় আৰু কমলাৰ কথা-বতৰা শুনক ছাৰি কেঁচুৱাটোৰ কান্দোন পৰ্য্যন্ত নুশুনা হল, আৰু ফলত এক ভীষণ নিঃসঙ্গ আৰু অসহায় ভাবে তেওঁৰ মনটোত হাহাকাৰ লগাই দিলে। সেই অৱস্থাত তেওঁ নিজৰ মনক ভেঙুচালে যে পুতেক-বোৱাৰীয়েকৰ কথা লুকাই-চুৰকৈ শুনাৰ শাস্তি তেওঁক ভগৱানে এইদৰেই দিলে।

গতিকে ইয়াৰ পিছত সঞ্জয় আৰু কমলাৰ ভিতৰত হোৱা কোনো কথাৰে ভাগ বিজয় ভঁৰালীয়ে নুশুনা হল। কিন্তু কাণেৰে নুশুনা কথাবোৰে তেওঁৰ এতিয়া কল্পনাৰ শ্ৰৱণেন্দ্ৰিয়ত বৰ জোৰে জোৰে যেন খুন্দিয়াবলৈ ধৰিলে। আগতে শুনি থোৱা কথাবোৰৰ ওপৰতে ভেজা দি তেওঁ যেন কল্পনাতে পুতেক-বোৱাৰীয়েকৰ প্ৰত্যেকটো কথাই এতিয়া শুনা হল, আৰু তেওঁৰ অকলশৰীয়া কৰ্ম্মহীন নিস্তব্ধ জগৎখনত সেই কাল্পনিক বাদ-প্ৰতিবাদৰ শব্দবোৰে তেওঁৰ মনক খুব ৰূঢ়ভাৱে আঘাত কৰিবলৈ ধৰিলে। একো একো সময়ত নিজকে লৈ তেওঁ খুব অতিষ্ঠ হৈ পৰিল। ইতিদিনে তেওঁৰ মনত এটা সৌম্য-শান্ত কাৰুণ্য বিৰাজ কৰি আছিল; কিতাপ পঢ়িছিল, দৈনন্দিন জাগতিক প্ৰয়োজনৰ সামান্য কামবোৰ সমাধা কৰিছিল, আৰু ধীৰ-মন্থৰ গতিত উদাস শান্তিৰ জীৱনটো আগুৱাই গৈছিল। কিন্তু এতিয়া কমলাহঁতৰ ঘৰ বান্ধিবলৈ ওলোৱাৰ সময়ৰেপৰা তেওঁৰ মনৰ সেই শান্তি হেৰাই গল। মন নামৰ আপদৰপৰা তাৰ মৃত্যুৰ যোগেদি চিৰদিনলৈ মুক্তি পোৱা বুলি ভবা মানুহজনৰ মনটো এতিয়া চিৰস্থায়ীভাৱে অশান্ত, চঞ্চল হৈ ৰল। কি কুক্ষণত যে তেওঁৰ পুতেকহঁতৰ ঘৰ বন্ধাৰ কথাবোৰ শুনিবলৈ জঘন্য কৌতূহলে মনক হেঁচি ধৰিছিল। কি বিচাৰিবলৈ গৈ কি পালে—অমৃত বিচাৰি গৈ এতিয়া হলাহল পান কৰি নীলকণ্ঠ হবলগীয়াত পৰিছে।

কিন্তু—বিজয় ভঁৰালীয়ে ভাবিলে, পুতেকৰ ঘৰুৱা জীৱনৰ সম্ভেদ নেজানিলে তেওঁৰ মন শান্তিত থাকিলহেঁতেন সঁচা, কিন্তু সেই শান্তি হলহেঁতেন অসত্যৰ ভেটিৰ ওপৰত প্ৰতিষ্ঠিত ভুৱা শান্তি, সেই শান্তিয়ে তেওঁক স্বাৰ্থপৰ তৃপ্তিত সদায় ডুবাই ৰাখিলেহেঁতেন সঁচা, কিন্তু তেওঁৰেই তেজ-মঙহৰ এটা অংশ চিৰদিন অশান্তিত দিন নিয়াই থাকিলেহেঁতেন অকলে অকলে—কি দৰকাৰ এনে ফাকি আৰু প্ৰৱঞ্চনাৰে ভৰা মানসিক শান্তিৰ ? আপোন মনেই মূৰ জোকাৰিছিল বিজয় ভঁৰালীয়ে। আগত তেওঁৰ খোলা কিতাপ খোলাই থাকিছিল, আজিকালি যেন তেওঁ আগৰ দৰে কিতাপতো মন বহুৱাব নোৱাৰা হৈ আহিল—এই চিন্তাবোৰে মনটোক এনেকৈ অধিকাৰ কৰি থকা হল সকলো সময়তে। কিতাপেই বোলে মানুহৰ জীৱনৰ প্ৰধান সঙ্গী, আৰু সেই কথা তেওঁৰ বাবে সেই সিদিনালৈকে সত্য আছিলও। কিন্তু মানুহৰ জীৱনত এনে কিছুমান সময় আহে যেতিয়া কিতাপো সঙ্গী হোৱাত ব্যৰ্থ হয়।

ইমান নিঃসঙ্গ জীৱন এটা নকটালে বোধহয় চিন্তাবোৰে ইমান বেছিকৈ হেঁচি ধৰিব নোৱাৰিলেহেঁতেন। বিজয় ভঁৰালীয়ে ভাবে, আৰু তাৰ প্ৰতিকাৰ হিচাপেই যেন তেওঁ এতিয়া নিজৰ কোঠালিটো যথেষ্ট আহল-বহল হোৱা সত্বেও আহি আগফালৰ বাৰাণ্ডাত বহি প্ৰায়ে সমুখৰ বাটৰ অহা-যোৱা মানুহৰ ভিৰ চাই থাকে। হাতত তেওঁৰ এতিয়া আগৰ দৰে কিতাপ নেথাকে। কিন্তু অকল বাটৰ মানুহৰ ভিৰৰ লোভতেই নহয়, আন এটা ডাঙৰ লোভে হে বাৰে বাৰে বিজয় ভঁৰালীক আগফালৰ বাৰাণ্ডালৈ উলিয়াই আনে ! আগফালৰ বাৰাণ্ডাত আয়াজনীয়ে ৰুপুক প্ৰায়ে ঠেলাগাড়ীত শুৱাই ইফালৰপৰা সিফাললৈ চলাই লৈ ফুৰায়। নাতিয়েকক দেখি থকাৰ সেই লোভতেই তেওঁ ঘৰৰ ভিতৰত যেন বেছি সময় থাকিব নোৱাৰে। কিন্তু এবাৰ-দুবাৰ ৰুপুক কোলাত তুলি লোৱাৰ



বাহিৰে বেছি সময় তেওঁ তাক হেপাহ পলুৱাই লবৰো সাহ নকৰে। কিজানিবা কমলা অসন্তুষ্ট হয়, কিজানিবা আজিকালিৰ শিক্ষাপদ্ধতিৰ মানেৰে কমলাই ভাবে—ককাদেউতাকৰপৰা বেছি আদৰ পালে নাতিলৰা বেছি আলসুৱা হৈ উঠিব, বাস্তৱ জগতৰ কঠোৰতাৰ স'তে মুখামুখি হবলৈ জীৱনটো উপযুক্তভাৱে গঢ়ি উঠিব নোৱাৰিব। আধুনিক মানুহ, আধুনিক মানুহৰ জীৱন-যাত্ৰাত কত জটিলতাৰ মেৰপাক—কত সমস্যাই দেখা দিছে আধুনিক মানুহৰ সমুখত, বিজয় ভঁৰালীৰ দৰে পুৰণিকলীয়া বুঢ়া মানুহ এজনে কি বুজিব—বোধহয় তেওঁৰ বিষয়ে এনেকৈয়ে ভাবে কমলাই। বোধহয় ভাবে কিয়, কয়োতো কমলাই ; এদিন প্ৰায় এনেধৰণৰ কথাকে সঞ্জয়ৰ আগত কমলাই কোৱা তেওঁ শুনা মনত পৰে। কমলাই কৈছিল —'দেউতাহঁতৰ সেই good old days আৰু নাই, কিন্তু দেউতাই সেই তাহানিৰ চকুৰেই আজিৰ জগৎখনক চাইছে, সেইকাৰণেই দেউতাই ভাবিছে—ঘৰটোত বহুত বেছি টকা খৰচ পৰিল...' অ' এৰা, কি কথাত কমলাই এইবোৰ কথা পোনাক শুনাইছিল এতিয়া তেওঁৰ মনত পৰিছে। কমলাৰ ঘৰ বান্ধোতে ইমান বেছি টকা খৰচ হল যে তেওঁ এদিন বাধ্য হৈ কমলাক কবলগাত পৰিছিল যে ঘৰটোত বেছি ৰঙ্-চঙ্ নিদি অলপ সাধাৰণ কৰি বান্ধি থলে নচলে নে ? হাতত যে আৰু টকাই নাই। কিন্তু কমলাই কৈছিল, নচলে—কাৰণ আধুনিক মানুহৰ জীৱনৰ মান বহুত উন্নত হল, এতিয়া মানুহে কেৱল গৰু-পশুৰ দৰেই সাধাৰণভাৱে খাই-বই জীৱন কটাব নোখোজে, এতিয়া মানুহে আৰ্টিষ্টিকেলি জীৱনত চলিব জনা হৈছে। জীৱন ৰুচিপূৰ্ণ হৈছে, সুন্দৰ হৈছে, মানুহৰ জীৱনৰ দিগন্ত ন ন দিশত প্ৰসাৰিত হৈছে। বৰ সঁচা কথা, বিজয় ভঁৰালীয়ে নিজৰ মনতেই মূৰ দুপিয়ায় ; এৰা, বৰ সঁচা কথা। তেওঁলোকৰ জীৱনটো সঁচাকৈয়ে এটা ঠেক বৃত্ততে

আৱৰ্ত্তিত হৈ শেষ হৈ গল—জীৱনৰ নানা ৰঙীণ সম্ভাৱনাৰ দুৱাৰবোৰ তেওঁলোকৰ বাবে চিৰদিন ৰুদ্ধ হৈয়ে থাকিল। সামান্য ঘৰ একোটা বন্ধা কাৰ্য্যতো তেওঁলোকৰ যুগৰ মানুহে এতিয়াৰ মানুহৰ দৰে নিখুঁত সৌন্দৰ্য্য-জ্ঞানৰ পৰিচয় দিব নেজানিলে, সেই একেই বেৰত বগা বা মটীয়া ৰঙৰ চূণ দিয়া, কাঠবোৰত ক'লা আল্‌কাতৰাৰ ৰং বা বাৰ্ণিছ ঘঁহা—ইয়াতকৈ আৰু ধুনীয়াকৈ কোনেও ঘৰ সাজিব নেজানিলে। এতিয়াৰ ঘৰবোৰত কি যে সুৰুচিৰ পৰিচয় ফুটি নোলায়—বেৰত ডিচ্‌টেম্পাৰ, খিড়িকী-দুৱৰ্জাৰ কাঠত নানা ৰকম সুন্দৰ ৰঙৰ পেইণ্ট। লগতে তাৰ লগত মিলাই অৰা পৰ্দ্দাবোৰ! কমলায়োতো কাঠৰ ৰঙৰ লগত মিলাবলৈ এইটো ঘৰলৈ আহি আঠ-টকীয়া গজৰ নতুন পৰ্দ্দা কিনিলে, সিটো ঘৰৰ পৰ্দ্দাবোৰৰ ৰং বোলে এই খিড়িকী-দৰজাবোৰৰ লগত 'ম্যাচ্চ' নকৰে, তাৰোপৰি আগৰ পৰ্দ্দাবোৰ এইটো ঘৰৰ বাবে সৰুও হয়—এইবোৰ কথা সিদিনা কমলাই বিজয় ভঁৰালীক বুজাইছিল খিড়িকীত পৰ্দ্দাবোৰ আৰি আৰি থকা অৱস্থাত —বিজয় ভঁৰালী তেতিয়া বহি আছিল আগফালৰ বাৰাণ্ডাতে।

"খৰচ অৱশ্যে বহুত পৰি গল দেউতা—" সিদিনা কমলাই আৰু কৈছিল—"কিন্তু আমাৰ এটা ষ্ট্যাণ্ডাৰ্ড আছেতো, এইখিনি সজাই-পৰাই নেৰাখিলে আমাৰ চোচাইটিত মান নেথাকে নহয়। মইতো অলপ কম দামী পৰ্দ্দাই লগাইছোঁ, মোৰ লগৰ বান্ধৱী এজনীৰ ঘৰত সিদিনা দেখি আহিলোঁ একেবাৰে ষোল-টকীয়া গজৰ পৰ্দ্দা লগাইছে—অৱশ্যে সিহঁতৰ কথা বেলেগ, গিৰিয়েক একৃজিকিউটিভ্‌ ইঞ্জিনিয়াৰ, বাহিৰা আয় কিমান—সিহঁতে ষোল কিয়, বত্রিশ-টকীয়া দামী পৰ্দ্দাৰে কাপোৰ লব পাৰে, আমাৰ এওঁলোকৰ দৰে ইঞ্জিনিয়াৰ-বোৰৰ হে কোনো বাহিৰা আয়ৰ পথ নাই—" শেষৰ কথাকেইটা যেন খুব ক্ষোভেৰেই কৈছিল কমলাই।



কমলাই অৰা সেই নতুন ধুনীয়া ডিজাইন আৰু ধুনীয়া ৰঙৰ পৰ্দ্দাবোৰৰ ফালে চাই ভাবিলে বিজয় ভঁৰালীয়ে—তেওঁলোকৰ দিনত ঘৰবোৰ যেনেকুৱা আছিল পৰ্দ্দাবোৰো আছিল তথৈবচ। বহুতৰ ঘৰততো তিৰোতাবোৰৰ চাদৰবোৰ অলপ ফটাৰ পিছত চিলাই কৰি পৰ্দ্দাৰূপে ব্যৱহাৰ কৰা হৈছিল, ইলায়ো তাকে কৰিছিল এবাৰ, ৰঙীণ চাবোন এটুকুৰা কিনি আনি পুৰণি বগা চাদৰ কেইখনমানত নীলা ৰং লগাই পৰ্দ্দা আৰি ঘৰ সজাইছিল ইলাই। সেই পৰ্দ্দা দেখিলে এতিয়া কমলাহঁতৰ মুখত নিশ্চয় বিদ্রূপৰ হাঁহি ফুটি উঠিব। কিন্তু অকল কি ঘৰ সজোৱাৰ ক্ষেত্রতেই আজিৰ মানুহে সুৰুচিৰ পৰিচয় দিছে? নিজক সজোৱাৰ ক্ষেত্ৰতো এতিয়াৰ মানুহৰ পাৰিপাট্য আৰু সৌন্দৰ্য্যবোধৰ চিনাকি ফুটি ওলাইছে। সৰুৰপৰা ডাঙৰলৈকে এতিয়াৰ মানুহে নিখুঁতভাৱে নিজক সজাবলৈ যত্ন কৰে। আগৰ দিনৰ লৰা-ছোৱালীয়ে স্কুল-কলেজলৈ গৈছিল শুদা ভৰিৰে, আধা-মলিয়ন ইস্ত্রীবিহীন কাপোৰ-কানি পিন্ধি, কিন্তু এতিয়াৰ লৰা-ছোৱালীৰ কাপোৰ-কানিৰ পাৰিপাট্য, জোতা-মোজাৰে সুশোভিত ভৰি, ন ন ষ্টাইলৰ চুলি আঁচোৰাৰ নিদৰ্শন দেখিলে ভালেই লাগে। বাৰাণ্ডাত বহি বাটৰ জনতালৈ চাই চাই এইবোৰ লক্ষ্য কৰি ভাবি থাকে বিজয় ভঁৰালীয়ে। তেওঁলোকৰ দিনত কেৱল ধন থকা মানুহৰ ঘৰৰ লৰা-ছোৱালী বা মতা-মাইকী মানুহৰ কাৰণে হে কাপোৰ-কানিৰ বিলাসিতা একচেটিয়া আছিল, কিন্তু এতিয়াৰ দিনততো কাৰো কাপোৰ-কানিৰপৰা বুজিব নোৱাৰি কোন কেনে অৱস্থাৰ মানুহ। বিজয় ভঁৰালীৰ পুৰণিকলীয়া অজটিল মনে ভাবি নেপায়—আজিৰ এই অতি অভাৱ-অনাটনৰ দিনত দেশৰ সকলো মানুহে কেনেকৈ ইমান দামী দামী কাপোৰ পিন্ধিব পাৰিছে। বোধহয় মন থাকিলেই চন। এতিয়াৰ মানুহেতো তেওঁলোকৰ দৰে কোনোমতে খাই-বই গৰু-

ম'হৰ দৰে জীৱন কটাব নোৱাৰে নহয়। এতিয়াৰ মানুহৰ জীৱনধাৰাত কমলাই কোৱাৰ দৰে ৰুচিবোধ আৰু কাল্‌চাৰ ওতপ্ৰোতভাৱে সোমাই গৈছে। আধুনিক মানুহে সকলোকে কৰিব বিচাৰিছে নিখুঁত। জীৱনবোৰ জটিল হৈ পৰিছে সঁচা—কিন্তু এই জটিলতাই যে প্ৰগতিৰ নিদৰ্শন। কিন্তু লগে লগে জীৱনত কিমান আৰাম, কিমান স্বাচ্ছন্দ্য বাঢ়িছে—সঁচাইতো—বিজয় ভঁৰালীয়ে ভাবিলে, এতিয়া তেওঁলোকে গুৱাহাটী চহৰত এমূৰৰপৰা আন মূৰলৈ যাব বিচাৰিলে চিটি-বাচ নহলে টেক্সিত গলেই হ'ল, ওচৰ-পাঁজৰৰ ঠাইলৈ যাবলৈতো ৰিক্সাবোৰ আছেই। কিন্তু তেওঁলোকৰ দিনত দূৰণিবটীয়া কোনোবা ঠাইলৈ যাব-লগা হলে কিমান অসুবিধা—চাৰি-চকীয়া ঘোঁৰা-গাড়ীত থেকেচ্ থেকেচ্‌কৈ লাহে লাহে গৈ থকা, গাত জোকাৰণি—সময়ৰ বাজে খৰচ, কিমান দিগদাৰ। ওচৰৰ ঠাইলৈ যাবলগা হলে ভৰি দুখনেই অৱলম্বন, এতিয়াৰ দৰেতো ৰিক্সাৰ আৰাম নাই। ভাবি চাবলৈ গলে বৰ্ত্তমান জীৱনধাৰাৰ সকলোফালে আৰাম আৰু স্বাচ্ছন্দ্যেৰেইতো ভৰি আছে। আগৰ দিনৰ ঘৰবোৰত মাইকী মানুহবোৰৰ কিমান অসুবিধা আছিল—গধূলি হোৱাৰ লগে লগেই লেম-চাকি জ্বলাব লাগে, বৰষুণৰ বতৰত দূৰৈত থকা পাকঘৰবোৰলৈ তিতি-বুৰি অহা-যোৱা কৰাৰ কিমান অসুবিধা আছিল, এতিয়াৰ দৰেতো ঘৰে ঘৰে পানীৰ কলও নাছিল, আৰু থাকিলেও এঠাইত মাত্ৰ এটা কল থাকে, তাৰেই সকলো ঠাইৰে কাম চলাবলগাত পৰে, কিন্তু এতিয়া আধুনিক মানুহৰ উন্নত চিন্তাশীল মনে জীৱনধাৰাৰ সকলো ক্ষেত্ৰতে আৰামৰ ব্যৱস্থা কৰি লৈছে, এতিয়াৰ গৃহিণীৰ বাবে সকলোতে পানীৰ কল—পাকঘৰত কল, মুখ-ধোৱা ঠাইত কল, বাথৰুমত কল, বাচন-ধোৱা ঠাইত কল। তেওঁলোকৰ দিনৰ তিৰোতাই জানো ইমান সুবিধাৰ, ইমান আৰামৰ



ব্যৱস্থাৰ কথা ভাবিব পাৰিছিল? সেইবাবেই বোধহয় তেতিয়াৰ দিনৰ একো একোখন ঘৰ অকল সজ্জাহীন অনাড়ম্বৰেই নাছিল, সেইবোৰ ঘৰ এতিয়াৰ লগত তুলনামূলকভাৱে অতি লেতেৰাও আছিল। তেতিয়াৰ গৃহিণীৰ আজিৰ দৰে সুৰুচিবোধতো নাছিলেই চাফ-চিকুণতা আৰু পাৰিপাট্যৰো খুব অভাৱ আছিল। বোধহয় কাম-কাজৰ সুবিধা নথকা ঘৰবোৰত কামৰ বোজাই পৰিশ্ৰান্ত কৰা সেই তিৰোতাবোৰৰ ঘৰ সজোৱা বা পৰিষ্কাৰকৈ ৰখাৰ বাবে খুব কম উৎসাহেই অৱশিষ্ট থাকিছিল।

কিন্তু অকল জানো কাম-বন কৰাৰ ব্যৱস্থা সুবিধাজনক কৰি দিয়েই আজিৰ মানুহ সন্তুষ্ট আছে? সংসাৰৰ ঘৰুৱা কাম-কাজবোৰে এতিয়া আৰু জীৱনবোৰ নিৰস আৰু গতানুগতিক কৰি ৰাখিব নোৱাৰে। এতিয়া ঘৰে ঘৰে ৰেডিঅ', চহৰৰ সৰ্ব্বত্ৰ চিনেমা-হলৰ প্ৰাচুৰ্য্য, চাৰিওফালে কাল্‌চাৰেল ক্লাব—চহৰত সঙ্গীত-সন্ধিয়াৰ আয়োজন, বিচিত্ৰানুষ্ঠানৰ আয়োজন, নাট-সমাৰোহ হৈয়েই আছে। বিজয় ভঁৰালীয়ে মনৰ ভিতৰত বাৰে বাৰে স্বীকাৰ কৰে—আজিৰ মানুহে সঁচাকৈয়ে জীৱনটো সৰস-বৈচিত্ৰ্যপূৰ্ণ কৰি ৰাখিছে, জীৱনটোক সুন্দৰ নিখুঁত কৰি জীয়াই থাকিব জানিছে সঁচাকৈয়ে।

কিন্তু তথাপি, বিজয় ভঁৰালীয়ে ভাবে, ইমান সৌন্দৰ্য্যবোধৰ ভিতৰত, ইমান নিখুঁত, সুৰুচিপূৰ্ণ জীৱনযাত্ৰাৰ মাজত, ইমান প্ৰগতি আৰু সৰ্ব্ববিধ উন্নতিৰ মাজত তেওঁৰ মনে বাৰু অহৰহ কি এটা বস্তু বিচাৰি হাবাথুৰি খাইছে? ইমান বিৰাট অগ্ৰগতিৰ মাজত কি অভাৱবোধে তেওঁক ইমান পীড়িত কৰি মাৰিছে? বুকু ঠেলি এটা দীৰ্ঘশ্বাস বাহিৰ হৈ আহে বিজয় ভঁৰালীৰ। সেই বস্তুটোৰ নাম বোধহয় হৃদয়। আৰু—বিজয় ভঁৰালীয়ে ভাবিলে, সেই অভাৱবোধৰ এক জীৱন্ত প্ৰতীক বোধহয় কমলাৰ এই সুসজ্জিত, স্বাচ্ছন্দ্যপূৰ্ণ সুন্দৰ ঘৰটো আৰু এই সুন্দৰ ঘৰটোৰ সমুখৰ অকণমানি

বাগানখনৰ ৰঙ্-চঙীয়া সুন্দৰ বিলাতী ফুলবোৰ। এই ফুলবোৰো ঘৰটোৰ দৰেই ইমান ধুনীয়া, কিন্তু বৰ্ণই তাৰ একমাত্ৰ সাৰ-বস্তু, কোনো গোন্ধ নাই, চকুকেই কেৱল তৃপ্তি দিব পাৰে, সুগন্ধ বিলাই কোনোদিন কাৰো প্ৰাণ পুলক-চঞ্চল কৰি তুলিব নোৱাৰে। কমলাৰ ঘৰে সঞ্জয়ক বহুত আৰাম দিব, বহুত স্বাচ্ছন্দ্য দিব, কিন্তু গৃহ-প্ৰৱেশৰ দিনা দুটা মানুহ মাতি পেট ভৰাই খুৱাই সঞ্জয়ৰ মনক সামান্য এটা ঘৰুৱা সুখ দিয়াৰপৰাও বঞ্চিত কৰি ৰাখিলে কমলাই এই বাহ্যিক সাজ-সজ্জাৰ বিনিময়তে। আধুনিক যুগৰ উন্নত মনৰ মানুহৰ ঘৰৰ বোধহয় এয়ে নিয়ম।

নতুন ঘৰটো লোৱাৰ কিছুদিন পিছতে সঞ্জয়ৰ অসুখ হল। বেছি ডাঙৰ অসুখ নহয় অৱশ্যে, ইনফ্লুয়েঞ্জা হে। চিন্তিত হবৰ কোনো কাৰণ নাছিল, সেইকাৰণেই বোধহয় কমলাই স্কুলৰপৰা ছুটী লোৱাৰ কোনো আৱশ্যকতা বোধ নকৰিলে। অৱশ্যে সঞ্জয়ৰ বাধা সত্ত্বেও তাই ডাক্তৰ আনিলে, আজিকালিৰ দিনত একো ঠিক নাই, কিহৰপৰা কি হয়গৈ কোনেও কব নোৱাৰে, গতিকে সময়তে সাৱধান হৈ থকাই ভাল।

বিজয় ভঁৰালী ঘৰত থকা কাৰণেও বোধহয় কমলাই স্কুল খতি কৰাৰ কথা নেভাবিলে। যিদিনা সঞ্জয়ৰ গাত প্ৰায় ১০১° ডিগ্ৰী জ্বৰ উঠিল, কমলাই গৈ বিজয় ভঁৰালীক কলেগৈ যে তাই স্কুলত থকা সময়খিনিত যেন তেওঁ সঞ্জয়ৰ খবৰ লৈ থাকে। মেজতে বটল এটাত মিক্শ্চাৰ আছে, তাই ন বজাত এক দাগ খুৱালে, তিনি ঘণ্টাৰ মূৰে মূৰে একো দাগকৈ খুৱাব লাগে, তেওঁ যেন ঘড়ী চাই খুৱায়। আকৌ মেজত ফ্লাস্কত গৰম পানী আছে, খাব খুজিলে তাৰপৰা দিব পাৰিব। এঘাৰ বজাত ভাবিতে বাৰ্লি কৰি দিব, চেনিৰে ভাল পালে চেনিৰে, নহলেবা নেমু টেঙা চেপি নিমখেৰে খাব



দিলেও হব। আৰু এটা কথা, কমলাই কলে, টেম্পেৰেচাৰটো দুই ঘণ্টাৰ মূৰে মূৰে চাই কাগজত লেখি থব লাগিব, ডাক্তৰ এবাৰ আকৌ গধূলি আহিব, তেওঁ টেম্পেৰেচাৰৰ চাৰ্টখন চাবলৈ বিচাৰিব। মেজতে কাগজ-কলম সকলো যতনাই থোৱা আছে, থাৰ্মমিটাৰডালো আছে।

সকলো বিধি-ব্যৱস্থা দি কমলা স্কুললৈ গুচি গল, আৰু তাই যোৱাৰ লগে লগেই বিজয় ভঁৰালী পুতেকৰ ওচৰ পালেগৈ।

সঞ্জয় বেৰৰ ফালে মূৰ কৰি নিঃসাৰে বিচনাত পৰি আছিল। বিজয় ভঁৰালীৰ ভৰিৰ খোজৰ শব্দত মূৰটো কাতি কৰি চালে—কিন্তু মুখেৰে একো নেমাতিলে। দেউতাকে দেখিলে তাৰ চকু দুটা ৰঙা। জ্বৰ আকৌ বাঢ়িছে নেকি! তেওঁ গৈ মেজখনৰ ওচৰ চাপিল। প্ৰত্যেকবিধ বস্তু মেজত পৰিপাটিকৈ সজোৱা। জ্বৰ লেখা চাৰ্টখনৰ ওপৰত থাৰ্মমিটাৰডাল থৈ দিয়া আছে। বিজয় ভঁৰালীয়ে চালে, এঘণ্টা আগত জ্বৰৰ উত্তাপ জোখা হৈ গৈছে। কিন্তু তথাপি তেওঁ থাৰ্মমিটাৰডাল হাতত লৈ সঞ্জয়ৰ ওচৰলৈ গৈ কলে—“জ্বৰটো এবাৰ চাওঁ নেকি?” কিন্তু সঞ্জয়ে মূৰটো জোকাৰিলে, “নেলাগে—”

“কিবা খাবৰ মন গৈছে নেকি, পোনা?”

“ওহোঁ—” আকৌ মূৰ জোকাৰিলে সঞ্জয়ে।

পুতেকৰ বাবে একো এটা কৰিব নোৱাৰি অলপ বিবুধিত পৰাৰ দৰে হৈ মেজৰ ওচৰতে থকা চকী এখন অলপ দূৰলৈ টানি নি বিজয় ভঁৰালী তাতে বহি পৰিল। কিছুসময় তেওঁ তেনেকৈ বহি বহিয়ে ঘৰটোৰ চাৰিওফালে চকু ফুৰাই চালে। ঘৰটো ৰোগীৰ বাবে আদৰ্শ-ঘৰ কৰিয়ে যে থোৱা হৈছে তাত সন্দেহ নাই। সকলো পৰিষ্কাৰ-পৰিচ্ছন্ন, সঞ্জয় শোৱা বিচনাৰ প্ৰত্যেকবিধ কাপোৰেই ধকধকীয়া পৰিষ্কাৰ, ৰোগীৰ কাৰণে প্ৰত্যেকবিধ বস্তু মেজত

পৰিপাটিকৈ যতনাই থোৱা হৈছে, মেজত পাৰি থোৱা ঢাকনিখনো অতি নিকা। কোনো ব্যৱস্থাতে কোনো ক্ৰটি নাই কমলাৰ, বিজয় ভঁৰালীয়ে ভাবিলে।

"দেউতা তুমি যোৱা। মোক একো নেলাগে।" হঠাৎ এবাৰ দুৰ্ব্বল মাতেৰে সঞ্জয়ে কৈ উঠিল।

"কি কৈছ পোনা?"—অলপ অন্যমনস্ক হৈ আছিল বিজয় ভঁৰালী—"অ' মই যোৱাৰ কথা—একো নহয়, মই ইয়াতে বহি থাকোঁ, এই কিতাপখনকে চাই বহি থাকোঁচোন বাৰু—"

সঞ্জয়ে আৰু একো নেমাতিলে, চকু দুটা মুদি মনে মনে পৰি ৰল। আৰু সেইফালে চাই চাই বিজয় ভঁৰালীৰ বুকুখন এটা অব্যক্ত বেদনাত মোচৰ খাই উঠিল। সঞ্জয়ৰ ইমান কম অসুখ-বিসুখ হয় যে সি এনেকৈ বিচনাত পৰি থকা দৃশ্যৰ কথা তেওঁৰ প্ৰায় মনতেই নপৰে। সেইকাৰণেও যেন এতিয়া তেওঁৰ তাক এটা বৰ অসহায় শিশু যেন লাগিল। তেওঁৰ বৰ মন গল যেন তেওঁ উঠি গৈ সঞ্জয়ৰ কপালত অলপ হাত বুলাই দিয়ে, কিন্তু মন গলেও তেওঁ চকীৰপৰা লৰচৰকে কৰিব নোৱাৰিলে। আগত কিতাপ মেলি লৈ তাতেই শিলৰ মূৰ্ত্তিৰ দৰে বহি ৰল—আৰু তাৰপিছত তেওঁৰ মনৰ চকুৰ আগত থিয় হলহি এজনী নাৰী-মূৰ্ত্তি। ইলা। কিন্তু আজি সেই মুখ হাঁহিভৰা নহয়, উদ্বেগ-কাতৰ। পোনাৰ যেতিয়া ছয়-সাত বছৰ বয়স তেতিয়া তাৰ বোধহয় এনেকৈয়ে পানী লাগি জ্বৰ হৈছিল—বিজয় ভঁৰালীৰ মনত পৰি গল। আৰু তেওঁ এতিয়া দেখা এই উদ্বিগ্নতাভৰা মুখ লৈয়ে ইলা পোনাৰ বিচনাৰ ওচৰত বহি আছিল। সেই বিচনা কিন্তু তেতিয়া ইমান ধকধকীয়া পৰিষ্কাৰ নাছিল, এনেকি পোনাক চাবলৈ তেতিয়া কোনো ডাক্তৰো অহা নাছিল। ইলাই দিনে-ৰাতিয়ে তাৰ ওচৰত বহি বহি গৰম তেলত নহৰু সিজাই সেই তেল তাৰ বুকুৰে-পিঠিয়ে



মালিচ কৰি দিছিল। গধূলি গৰম পানীৰে ভৰি ধুৱাই ভৰিৰ তলুৱাত সেই গৰম তেলৰ সেক দিছিল। মূৰ পিহি, হাত-ভৰি পিটিকি তাৰ ওচৰত বহি থাকিছিল ইলা! বিজয় ভঁৰালীৰো দুবাৰমান পানী লগা জ্বৰ হওঁতে সেই একে পৰিচৰ্য্যাৰেই ইলাই তেওঁক ভাল কৰি তুলিছিল। কিন্তু এতিয়া সেই পৰিচৰ্য্যাৰ ঠাই লৈছে ডাক্তৰ আৰু তেওঁ প্ৰেছক্ৰিপ্ছনত লেখা বিবিধ দৰবে।···মূৰটো পিটিকি দিলে পোনাই কিছু আৰাম পালেহেঁতেন নেকি? কিন্তু বিজয় ভঁৰালী চকীৰপৰা লৰচৰ কৰিব নোৱাৰিলে, তাতেই স্তব্ধ হৈ বহি ৰল।

বিজয় ভঁৰালীৰ তন্ময়তা ভাঙিল আকৌ পুতেকৰ মাততে—"তুমি ভাত খোৱাগৈ দেউতা—"

'ভাত? অ' এৰা, এঘাৰটাই বাজে দেখোন, পোনাৰ টেম্পেৰেচাৰটোও লব লাগে এতিয়া, তাৰ খোৱাৰ ব্যৱস্থাও কৰিব লাগে—।' বিজয় ভঁৰালী তৎপৰ হৈ উঠিল।

সঞ্জয়ে কিন্তু প্ৰায় একোয়েই খাব নোৱাৰিলে—নে নেখালে? ভাতৰ পাতত বহি ভাতকেইটা হাতেৰে লিৰিকি-বিদাৰি বিজয় ভঁৰালীয়ে ভাবিবলৈ ধৰিলে: 'কমলাৰ ওপৰত অভিমান কৰিয়েই একো নেখালে নেকি পোনাই? কিন্তু অভিমান কথাটোও আজিৰ যুগৰ আধুনিকা ছোৱালীৰ লগত নাখাটে নেকি—স্বাধীন দেশৰ স্বাধীন ছোৱালী কমলা, এতিয়াও তাই চাৰি-বেৰৰ ভিতৰত আবদ্ধ থাকি গিৰিয়েকৰ সেৱা-শুশ্ৰূষা কৰি, ঘৰুৱা নানা জঞ্জাল মাৰি, লৰা-ছোৱালী তুলি-তালি ডাঙৰ-দীঘল কৰি জীৱনটো শেষ কৰি দিব পাৰিব নে? কেতিয়াও নোৱাৰে। আৰু বিজয় ভঁৰালী পুৰণি যুগৰ মানুহ হলেও সেইটো নিবিচাৰে। ছোৱালীবোৰ চিৰদিন ঘৰৰ চাৰি-সীমাৰ মাজতে বন্দী হৈ থাকক—সেইটো তেওঁ কেতিয়াও নেমানে। আগৰ যুগত সঁচাকৈয়ে বহুক্ষেত্ৰত তিৰোতাবোৰে বহুত অত্যাচাৰ ভুগিবলগীয়া হল, বোৱাৰী হিচাপে শাহুৰেক-

নন্দেকহঁতৰ অত্যাচাৰ, স্ত্ৰী হিচাপে গিৰিয়েকহঁতৰ অত্যাচাৰ, বাহিৰা পৃথিবীৰ কোনো কথাৰ লগতে সম্বন্ধ নথকা, নিজৰ মতামত বোলা কথা এটা কোনো ক্ষেত্ৰতে নৰজা—সঁচাকৈয়ে বৰ দুৰ্বিসহ জীৱন কটাবলগা হৈছিল তেতিয়া সমাজৰ বহুতো নাৰীয়ে। এতিয়া যে তেওঁলোক মুক্ত হব পাৰিছে বৰ ভাল কথা, তাত বিজয় ভঁৰালী খুব সন্তুষ্ট। তেওঁলোকৰ দিনত ৰাস্তাই-ঘাটে খুব কমেই তিৰোতা মানুহ দেখিছিল তেওঁলোকে, গাভৰু ছোৱালীকতো আৰু কম দেখা গৈছিল। কিন্তু অতি কম সময়তে এইবিষয়ত দ্ৰুত পৰিবৰ্ত্তন সাধিত হল, এতিয়া যেন জাকে জাকে তিৰোতা-গাভৰু, আদহীয়া-বুঢ়ী বাটলৈ ওলাই আহিছে। এতিয়া গাভৰু ছোৱালীবিলাকে যেনে সপ্ৰতিভ পোছাক, সপ্ৰতিভ খোজ-কাটল আৰু পৃথিবীৰ কালৈকো পৰোৱা নকৰা ভাব লৈ বাটেৰে খোজকাঢ়ি যায় দেখি বিজয় ভঁৰালীৰ বুঢ়া চকু অবাক বিস্ময়ত ভৰি যায়। সঁচাকৈয়ে এই দ্ৰুত নাৰী-জাগৰণ বৰ শুভ লক্ষণৰ কথা, এই স্বাধীনতা বৰ সুখৰ কথা—কিন্তু—কিন্তু—বিজয় ভঁৰালীৰ আগৰ-দিনীয়া কুসংস্কাৰাপন্ন মনটো যেন অলপ কোঁচ খাই যায়—প্ৰকৃত স্বাধীনতাটো বৰ ভাল বস্তু, সি মনৰ মুক্তি আনে, মনৰ প্ৰসাৰতা বৃদ্ধি কৰে—কিন্তু স্বাধীনতাৰ নামত তাৰ অপব্যৱহাৰ? এই যে ছোৱালীবোৰ ইমান বেছি স্বাধীন হৈছে—সি সিহঁতৰ মনক মুক্ত প্ৰগতিশীল কৰি তুলিছে নে আন কিবাকিবি কৰিছে? আধুনিক অসমীয়া আলোচনীবোৰৰ পাতত পঢ়া কিছুমান বীভৎস গল্প-উপন্যাসলৈ মনত পৰে তেওঁৰ—অকল কিতাপ পঢ়ি জীৱন কটোৱা মানুহ বিজয় ভঁৰালী, গতিকে সকলো ধৰণৰ লেখাকে তেওঁ পঢ়ে, আৰু এতিয়াৰ আলোচনী-বোৰতনো কি লেখিছে সিহঁতে, তাক জানিবলৈকে তেওঁ সকলো অসমীয়া আলোচনী পঢ়ে, আৰু সেইবোৰ পঢ়ি তেওঁ বহুতো আধুনিক লেখকৰ পাণ্ডিত্য আৰু সূক্ষ্ম বিশ্লেষণী শক্তিৰ প্ৰতি সশ্ৰদ্ধ



প্ৰশংসাৰ ভাবো পোষণ কৰিছে। কিন্তু তাৰ মাজতো এনে কিছুমান গল্প-উপন্যাস পঢ়িছে তেওঁ যে তাত থকা কথাবোৰ পঢ়ি বিমূঢ় হৈ পৰিছে মাজে মাজে। বিজয় ভঁৰালীয়ে তেতিয়া ভাবিছে—'অসমীয়া গাভৰুবোৰ স্বাধীন হৈ এই মুক্তিৰ জীৱনকে কটাইছে নেকি বাৰু? অন্ততঃ ৰাস্তাত দেখা জাক জাক গাভৰুৰ কিছুমানে?' আৰু সেইবোৰ পঢ়ি তেওঁৰ তেতিয়া মনলৈ আহিছিল ৰাছেলৰ এষাৰ কথা—'two things, viz. Motor-cars and contraceptives have revolutionised the modern civilization…'

অলপ খোৱা ভাতৰ কাঁহীখনত পানী এগিলাচ ঢালি দি চকীখন অলপ জোৰেৰেই টানি বিজয় ভঁৰালীয়ে খোৱা-মেজৰ ওচৰৰপৰা গুচি আহিল। তাৰপিছত গামোচাত হাত দুখন মচি মচি মনটো খুব কঠোৰ কৰিবৰ চেষ্টা কৰি নিজৰ মনতে ভোৰভোৰালে—'আজি কমলা স্কুলৰপৰা আহিলে কেইদিনমান ছুটী লবলৈ কম। স্বামীৰ অসুখৰ সময়ত কোনো তিৰোতাই এনেকৈ স্বামীক এৰি থৈ যাব নেপায়।'

কিন্তু সেই ভবা কথা তেওঁৰ মনত ভবাতেই থাকিল, আবেলি কমলা স্কুলৰপৰা আহি তেওঁক সঞ্জয়ৰ জ্বৰৰ কথা সুধিলে, কি খাইছে নেখাইছে সুধিলে, আৰু তাৰপিছত যেতিয়া তাই সঞ্জয়ৰ ওচৰলৈ গৈ তাৰ কপালত হাতখন দি জ্বৰৰ উত্তাপ অনুভৱ কৰিলে, বিজয় ভঁৰালী লাহেকৈ কোঠালিটোৰপৰা ওলাই আহিল, কমলাক কব খোজা কথাবোৰ তেওঁৰ মনৰ ভিতৰতে অকথিত হৈ থাকি গল।

তিনি-চাৰি দিন ভুগি সঞ্জয় তাৰপিছত এদিন ভাল হৈ উঠিল।…

পৃথিবীত সকলোৰে শেষ আছে। এদিন বিজয় ভঁৰালীৰ জীৱনৰো শেষ সময় উপস্থিত হল।

কমলাইঁতে ঘৰটো লোৱাৰ তিনি বছৰৰ মূৰত বিজয় ভঁৰালী আধুনিক ৰোগ কেন্‌চাৰত আক্ৰান্ত হল। সেই ৰোগে তেওঁৰ কলিজাত বাহ লৈছিল। শেষলৈ তেওঁ প্ৰায় কথা কব নোৱাৰা হৈ গৈছিল। কিন্তু বেমাৰৰ আৰম্ভণিতে, ভালকৈ কথা কব পৰা অৱস্থাতে তেওঁ সঞ্জয়ক কৈ থৈছিল যে তেওঁক যেন কোনো চিকিৎসা কৰা নহয়। "এই বেমাৰটোত মৃত্যু যেতিয়া অৱধাৰিত, যন্ত্ৰণাৰ দিনবোৰ দীৰ্ঘতৰ কৰাৰ দৰকাৰ কি? মোক শান্তিৰে মৰিবলৈ দে পোনা।" বিজয় ভঁৰালীয়ে কৈছিল।

কিন্তু তথাপি ডাক্তৰ ননাকৈ থাকিব পৰা নাছিল সঞ্জয়ে। দেউতাকক সি কৈছিল—"মৃত্যুৰ ওপৰত ডাক্তৰৰ হাত নাই সঁচা, কিন্তু ডাক্তৰে ৰোগীৰ যন্ত্ৰণাৰ কিছুতো উপশম কৰিব পাৰে।"

গতিকে ডাক্তৰ আহিছিল। চহৰৰ নাম কৰা, বহুতো বিদেশী ডিগ্ৰীৰে বিভূষিত ডাক্তৰ। বিজয় ভঁৰালীয়ে আৰু কোনো আপত্তি কৰা নাছিল, আপত্তি কৰিবৰ মন যোৱা নাছিল সঞ্জয়ৰ কথা ভাবিয়েই; একেবাৰে বিনা চিকিৎসাৰে তেওঁক মৰিবলৈ দিলে সঞ্জয়ৰনো সান্ত্বনা ক'ত থাকে।

কিন্তু শেষত যেতিয়া ডাক্তৰবোৰে তেওঁক ভেলোৰলৈ নিয়াৰ প্ৰস্তাৱ কৰিলে, তেতিয়া হলে বিজয় ভঁৰালীয়ে সঞ্জয়ৰ আগত আৰু এবাৰ আপত্তি কৰিলে। "মোক শান্তিত মৰিবলৈ দে পোনা। এই বুঢ়া বেমাৰী দেহাটোক আৰু টনা-আঁজোৰা কৰি কষ্ট নিদিবি।" বিজয় ভঁৰালীয়ে সেহাই সেহাই কলে। লগতে আৰু কেইটামান চেন্টিমেণ্টাল কথাও সেইদিনা পুতেকক কৈ পেলালে—জীৱনত প্ৰথমবাৰৰ কাৰণে আৰু শেষবাৰৰ কাৰণেও: "মোৰ কাৰণে দুখ নকৰিবি পোনা। তোৰ মা'ৰক বহুত দিন এৰি থাকিলোঁ।



এইটোৱে মোৰ পৰম ভাগ্য যে তোৰ মা'ৰে কিনা মাটিতে মই মৰিবলৈ ওলাইছোঁ। এইডোখৰ মাটি তোৰ মা'ৰে ঘৰ এটা সাজিম বুলি বৰ হেপাহেৰে, বৰ কষ্টেৰে ধন সাঁচি কিনিছিল।"

দেউতাকৰ সেই ইচ্ছাকেই মানি লৈছিল সঞ্জয়ে। ঘৰতেই ৰাখি সি দেউতাকক চিকিৎসা কৰাই থাকিল। দিনটো দেউতাকক চোৱা-মেলা কৰিবলৈ নাৰ্চ এজনীও ৰাখি দিছিল সি।

প্ৰথম অৱস্থাত বিজয় ভঁৰালী নিজে উঠি-লৰি ফুৰিছিল। লাহে লাহে তেওঁ বিচনা এৰিব নোৱাৰা হল। দিন-ৰাতি এতিয়া তেওঁ কেৱল শুই থাকিবলগা হল। শুই শুই আকাশ-পাতাল ভাবি থকাৰ বাহিৰে আৰু একো কৰাৰে শক্তি নোহোৱা হল। ভাববোৰো যেন লাহে লাহে অস্পষ্ট ধূসৰ হৈ আহিবলৈ ধৰিলে। কিতাপ-পত্ৰৰ লগত বহুত দিনৰপৰাই সম্বন্ধ নোহোৱা হল। কেৱল শুই শুয়ে এতিয়া তেওঁৰ সময়বোৰ পাৰ হৈ যাবলৈ ধৰিলে। ৰাতি পুৱায়, তেওঁ শুই থাকে; দুপৰীয়া হয়, তেতিয়াও তেওঁ শুই থাকে; সন্ধিয়া নামে আৰু তাৰপিছত ৰাতি আহে, তেওঁ কিন্তু শুয়ে থাকে— কেতিয়াবা চকু দুটা মেলি, কেতিয়াবা চকু দুটা মুদি। ৰোগৰ যন্ত্ৰণাত কিন্তু বেছিভাগেই টোপনি নাহে, কেৱল কিবা এটা আচ্ছন্ন ভাবে তেওঁক আৱৰি থাকে। মাজে মাজে তেওঁৰ সময়ৰ খবৰ লবলৈ মন যায়, আগফালৰ বাৰাণ্ডাত বহি চাই থকা আলিবাটৰ চলন্ত জগৎখনৰ খবৰ জানিবলৈ মন যায়···কিমান বা বাজিল এতিয়া···ঘৰৰ সমুখৰ বাটটোৰেদি লৰা-ছোৱালীবোৰৰ হাঁহি-মাতি, কথা পাতি স্কুল-কলেজলৈ যোৱাৰ সময় হৈছে নে নাই বা—আয়াই বোধহয় ইমানপৰে খুৱাই-ধুৱাই ৰূপুক আগফালৰ বাৰাণ্ডালৈ আনি তাৰ লগত ধেমালি কৰি আছে, ৰূপুৰ এতিয়া মাত ভালকৈয়ে ফুটিছে, বৰ কথা কয় সি, বৰ মৰম লগোৱা কথা তাৰ, হয়তো এতিয়া সি আয়াৰ লগত বাহিৰত খেলি খেলি নানা কথা কৈ পেক্‌পেকাই

আছে, কিন্তু সেই কথাবোৰৰ এটা শব্দও তেওঁ ইয়াৰপৰা, এই বিচনাত শুই শুই শুনিবলৈ নেপায়। কিন্তু তেওঁৰ যেন এতিয়া কাৰোবাৰ কথাৰ শব্দকে শুনিবলৈ মন যায়—দিনৰ পিছত দিন, ৰাতিৰ পিছত ৰাতি শুই শুই কটোৱা তেওঁৰ এই কোঠালিটো ইমান নিজান। এমূৰৰ এই অকলশৰীয়া কোঠালিটোলৈ যেন বাহিৰৰ জগতৰ কোনো শব্দই ভাহি নাহে।

ক্লান্ত চকুহাল জপাই দিয়ে বিজয় ভঁৰালীয়ে। চকু দুটা মেলি ঘৰটোৰ একেবোৰ বস্তুকেনো আৰু দিনৰ পিছত দিন কিমান চাই থাকিব পাৰি। বহুত দিন শয্যাগত হৈ থকা ৰোগীবোৰে বা কি কৰে···বিয়াৰ আগতে হেনো ইলাৰ এবাৰ ভৰি এখনৰ হাড় ভাঙিছিল, পূৰা দুমাহ হেনো শয্যাগত হৈ আছিল তাই, ভৰিখন প্লাষ্টাৰ কৰি থৈছিল। শুই শুই অসন্তুৰ আমনি লাগি গৈছিল হেনো তাইৰ, এজন নহয় এজন কোনোবা অনবৰত ওচৰত নেথাকিলে তাই হেনো চিঞৰ-বাখৰ কৰিছিল—কিন্তু তথাপি মাজে মাজে অকলশৰীয়া হবলগাত পৰিছিল তাই। তেতিয়া হেনো তাই বিচনাৰ ওচৰতে থকা খিড়িকীখনেৰে বাহিৰলৈ চাই চাই সময়বোৰ কটাই দিছিল। খিড়িকীখনৰ সিফালেই হেনো প্ৰকাণ্ড এডাল চজিনা গছ আছিল সিহঁতৰ, গছডালে তাৰ ডাল-পাতবোৰ মেলি খিড়িকীখনেৰে দেখা আকাশখন একেবাৰে ঢাকি পেলাইছিল। ইলাৰ হেনো শুই শুই সেই গছডাল, তাৰ ডালত বহি থকা দুই-এটা চৰাই, তাৰ শাখা-প্ৰশাখাৰ মাজেৰে দেখা নীলা আকাশৰ আভাস চাই থাকি বৰ ভাল লাগিছিল। চাই চাই হেনো তাইৰ চকুহাল জুৰ পৰি গৈছিল।···

এটা দুৰ্ব্বল দীৰ্ঘশ্বাস বাহিৰ হৈ আহে বিজয় ভঁৰালীৰ—তেওঁৰ ওচৰতো কোনোবা এজন অনবৰত যেন বহি থাকক—বৰ ইচ্ছা যায় তেওঁৰ—কিন্তু ইলাৰ দৰে ঘৰৰ কাৰ ওচৰতে বা তেওঁ সেই



আবদাৰ ধৰে? আৰু খিড়িকীৰে বাহিৰলৈ চাই চকু জুৰাবলৈ খিড়িকীৰ সিফালেই এটা প্ৰকাণ্ড পকী দুমহলীয়া ঘৰ, চাই চাই তেওঁৰ চকুহাল ক্লান্ত হৈ পৰে। খিড়িকীৰ ফাকেৰে নীলা আকাশৰ অলপ আভাস দেখা হলেও! আকাশ! এসময়ত 'ব্লেছেড ডেমোজেল' কবিতাটো তেওঁৰ বৰ প্ৰিয় আছিল, কলেজীয়া জীৱনত সেই কবিতাটো পঢ়ি তেওঁৰ গাত অদ্ভুত শিহৰণ খেলি গৈছিল, ইলাকো এদিন তেওঁ খুব আৱেগেৰে সেই কবিতাটো পঢ়ি বুজাই দিছিল আৰু ইলাই হুকুহুকাই কান্দি দিছিল।···মুদ্ৰ খাই থকা চকুহাল আপোনা-আপুনিয়ে খোল খাই যায় বিজয় ভঁৰালীৰ আৰু ব্যৰ্থ আশাৰ দৃষ্টি খিড়িকীখনৰ ওচৰৰপৰা ঘূৰি আহে। আশা—কিজানিবা অকণি আকাশ দেখা যায়েই—সেই আকাশ, য'ৰ সোণৰ ৰেলিঙত ভেজা দি ইলাই হয়তো 'ব্লেছেড ডেমোজেল'ৰ দৰেই তেওঁৰ ফালে চাই চকুপানী টুকি আছে···কান্দিব পাৰিলে বোধহয় মনটো পাতল লাগি যায়, কিন্তু তেওঁ হলে আজিলৈকে কান্দিব পৰা নাই। পোনাই বাৰু ডাঙৰ হৈ কেতিয়াবা কান্দি পাইছে নে? সৰুতে তো সি কথাই কথাই ইলাৰ ওচৰত পেন্‌পেনাই থাকিছিল।···বাৰু, তেওঁৰ মৃত্যুত পোনাই কান্দিব নে? কান্দিলেও কান্দিব পাৰে। কিন্তু তেওঁৰ মৃত্যুত পোনাই আচলতে দুখ কৰি কান্দিবলগীয়া একো নাই। তেওঁৰ বাবে মৃত্যু মানেই এই পৃথিবীৰপৰা মুক্তি, যি পৃথিবীক ইলাই প্ৰাণভৰি ভাল পাইছিল, কিন্তু যি পৃথিবী তেওঁৰ বাবে সদায় নিষ্ঠুৰ-নিৰ্ম্মম উদাসীন হৈয়ে ৰল—নহলে জীৱনত তেওঁতো কাৰো কোনো অপকাৰ কৰা মনত নপৰে, সত্যনিষ্ঠ সাধুৰ জীৱন এটাকে কটাই আহিছে তেওঁ, কিন্তু তাৰ বিনিময়ত কিয় ইমান দুখ ভুঞ্জিবলগা হল তেওঁ? ইলাক তেওঁৰপৰা অকালতে কাঢ়ি নিয়েইতো ক্ষান্ত নেথাকিল জীৱনে, তেওঁৰ একমাত্ৰ পুত্ৰৰো কিয় সুখী জীৱন এটা দেখাৰপৰা বঞ্চিত কৰি ৰাখিলে তেওঁক?

সেয়ে তেওঁৰ প্ৰিয় ৰবীন্দ্ৰনাথৰ কবিতাৰ দুটা শাৰীৰেই আজি তেওঁৰো পৃথিবীৰ ওচৰত শেষ বিদায় মাগিবৰ ইচ্ছা যায়—'হে উদাসীন পৃথিবী, আমাকে সম্পূৰ্ণ ভোলবাৰ আগে, তোমাৰ নিৰ্ম্মম পদপ্ৰান্তে আজ ৰেখে যাই আমাৰ প্ৰণতি—' ...আকৌ চকু দুটা মুদে বিজয় ভঁৰালীয়ে—'উস্, এই মাখিবোৰৰ ইমান অত্যাচাৰ, নাৰ্চ যে দিনটো ক'ত থাকে, সময়মতে ঔষধখিনি খুৱাই যোৱাৰ বাহিৰে আৰু ওচৰলৈ আহিবই নোখোজে, কিন্তু তাইৰে বা দোষ কি, তাইৰ শুশ্ৰূষাতো পইচাৰ বিনিময়ত হে, অন্তৰৰ তাগিদত তো নহয়। পোনাইতো ছুটী লৈ মোৰ ওচৰতে থাকিব খুজিছিল, মই হে প্ৰৱল প্ৰতিবাদ কৰিলোঁ এতিয়াই দৰকাৰ নাই বুলি'—বিজয় ভঁৰালীয়ে ভাবিলে আৰু তেওঁৰ শীৰ্ণ মুখখনত এটা ম্লান হাঁহিৰ ঢৌ খেলি গল—'এতিয়াই দৰকাৰ নাই—অৰ্থাৎ মোৰ মৃত্যুৰ সময় হোৱা নাই!' কাৰ কেতিয়া মৃত্যু হব কোনোবাই যেনিবা আগৰেপৰা জানে হে, ইলাৰ যে ঘপ্ কৰে তেনেকৈ মৰণ হব তেওঁ বা ইলাই কিছুদিন আগতেও জানো তাৰ কিবা আভাস পাইছিল? অথচ পোনাৰ জন্মৰ সময়ত সেইবাৰ দেখোন দুয়ো বিভীষিকা দেখি দেখি সেই মৃত্যুৰ কাৰণে বাট চাই থাকোঁতেও নাহিল?...'উস্, কি মাখিৰ অত্যাচাৰ, নাৰ্চ বাৰু ক'লৈ গল—।' দুৰ্ব্বল মূৰটোকে খুব লাহে লাহে জোকাৰি মুখত পৰি থকা মাখিবোৰ খেদিবৰ বৃথা চেষ্টাকে কৰে বিজয় ভঁৰালীয়ে।...

খুব লাহে লাহে আৰু খুব নিঃশব্দে সঞ্জয় দেউতাকৰ কোঠালিলৈ সোমাই আহে। দূৰৈৰপৰা দেউতাকৰ মুদা চকুহাল দেখি তাৰ ভাব হল যে যন্ত্ৰণাৰ মাজতো দেউতাকৰ অলপ তন্দ্ৰা আহিছে বোধহয়। সেই টোপনিকণত ব্যাঘাত নঘটাবলৈকে সি যথাসম্ভৱ নিঃশব্দে দেউতাকৰ বিচনাৰ ওচৰ চাপি গল।



চকু দুটা মুদি অসাৰভাৱে পৰি আছিল বিজয় ভঁৰালী। সেইফালে চাই সঞ্জয়ে দেখিলে—বহুত দিন নুখুৰোৱা আধা-পকা আধা-কেঁচা ডাড়িৰ তলতো দেউতাকৰ সোমাই যোৱা গাল দুখনৰ গাঁত দুটা খুব প্ৰকট হৈ পৰিছে, মুদ খাই থকা চকুহালৰ গুৰিত অলপ অলপ ফেচ্কুৰি জমা খাই আছে, মুখখন বৰ অসহায়ভাৱে অলপ মেল খোৱা, কেইটামান মাখি ভন্‌ভনাই উৰি মুখখনৰ অ'ত-ত'ত বাৰে বাৰে পৰি আছে, হাড়-ছালসৰ্ব্বস্ব অতি শীৰ্ণ হাত এখন গাত থকা কম্বলখনৰ তলৰপৰা বাহিৰ হৈ বিচনাৰ কাষেদি ওলমি আছে—এহাতেৰে দেউতাকৰ মুখৰ মাখিবোৰ খেদিবলৈ আৰম্ভ কৰি উদ্‌গত দীৰ্ঘশ্বাসৰ শব্দটোৰেও যাতে দেউতাকৰ টোপনিত ব্যাঘাত ঘটাব নোৱাৰে তাৰবাবে সাৱধান হৈ মুখখন ঘূৰাওঁতে সঞ্জয়ৰ চকু দুটা দেউতাকৰ বিচনাৰ সিফালে থকা বুক্-চেল্‌ফখনৰ ওপৰত পৰিল—কিতাপসৰ্ব্বস্ব জীৱন কটোৱা দেউতাকটোৰ কিতাপবোৰ অনাদৃতভাৱে চেল্‌ফখনৰ ওপৰতে ছেদেলি-ভেদেলি হৈ পৰি আছে, সেইবোৰৰ ওপৰত এটা ডাঠ ধূলিৰ আৱৰণ। বহুত দিনৰপৰাই দেউতাকে সেই কিতাপবোৰ ছুব পৰা নাই—আৰু—আৰু—কোনোদিন নোৱাৰিবও এই জীৱনত।

হঠাৎ সঞ্জয়ৰ চকুৰ গুৰিত দুটোপাল চকুলো জমা হৈ গল।

লাহে লাহে বিজয় ভঁৰালীয়ে ঘোলা চকু দুটা মেলি চালে। "কোন?"...

"পোনা—" বিজয় ভঁৰালীয়ে প্ৰায় অস্পষ্ট মাতেৰে কলে। আৰু তাৰপিছত বিজয় ভঁৰালীয়ে দেখিলে—সৰুতে কথাই কথাই মাকৰ ওচৰত কন্দা লৰাটোৱে এতিয়া ডাঙৰ হৈ দেউতাকৰ ওচৰতো মুখখন দুই হাতেৰে ঢাকি ধৰি হুকুহুকাই কান্দি উঠিল।

●

## চিনাকি

: আমাৰ প্ৰকাশিত সাহিত্য-সম্ভাৰ :

**অণু বৰুৱা :**

॥ দিল্লীৰ ডুখৰীয়া ছবি ॥

**হেম বৰুৱা :**

॥ ইজৰাইল ॥

॥ মন ময়ূৰী ॥

আঁচুফুল ॥

**পদ্ম বৰকটকী :**

॥ জীৱন এষণা ॥

॥ ৰীতাৰ প্ৰেম ॥

॥ কোনো খেদ নাই ॥

**হোমেন বৰগোহাঞি :**

॥ বিভিন্ন নৰক ॥

॥ গল্প আৰু নক্সা ॥

**বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য :**

॥ শতঘ্নী ॥

**ৰমা দাশ :**

॥ জাহ্নৱী ॥

**কুমাৰ কিশোৰ :**

॥ ৰং আৰু ৰেখা ॥

**নিৰোদ চৌধুৰী :**

॥ নিশিগন্ধা ॥

**মহেন্দ্ৰ বৰঠাকুৰ :**

॥ উদাসী সন্ধ্যা ॥

**উমেশ দত্ত :**

॥ বিপ্লৱী হৰদত্ত ॥ (নাটক)

**নিৰুপমা বৰগোহাঞি :**

॥ এজন বুঢ়া মানুহ ॥

**আব্দুল মালিক :**

॥ আধাৰশিলা ॥

॥ বহুত বেদনা, এটোপা চকুলো ॥

॥ ৰজনীগন্ধাৰ চকুলো ॥

॥ স্বাক্ষৰ ॥

॥ বনজুই ॥

॥ পৰশ-মণি ॥

॥ শিল আৰু শিখা ॥

॥ ৰূপতীৰ্থৰ যাত্ৰী ॥ [ ১ম খণ্ড ]

॥ ৰূপতীৰ্থৰ যাত্ৰী ॥ [ ২য় খণ্ড ]

॥ জীয়া-জুৰিৰ ঘাট ॥

**লক্ষ্মীনন্দন বৰা :**

॥ ছাঁ-জুইৰ পোহৰত ॥

॥ মাজত তৃষাৰে নৈ ॥

॥ গঙা চিলনীৰ পাখি ॥

॥ নিশাৰ পূৰবী ॥

॥ অচিন কইনা ॥

**তিলক দাস :**

॥ এই ৰং এই সুৰভি ॥

**হেমলতা বৰা :**

॥ সেউজীয়া পাহাৰৰ মাজে মাজে ॥

**প্ৰেমধৰ দত্ত :**

॥ শঙ্কৰদেৱৰ সাধু ॥

॥ মিত্ৰ এজেঞ্চি এণ্ড কোং ॥ তিনিচুকীয়া ॥ অসম ॥